# তীৰ্থ-কাহিনী

প্ৰথম তাঙৰণ

শ্ৰীহৰকান্ত গোস্বামী ৰচিত

আৰু

প্ৰকাশিত



গুৱাহাটী

১৮৪৯ শক

# পাতনি

এই সৰু কিতাপখনিৰ পৰা যদি ৰাইজৰ অকণমানো উপকাৰ হয়, তেন্তে আমাৰ সকলো পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। মনত বৰ ইচ্ছা থকাতো নানা কাৰণে এই বাৰ তীৰ্থ বিলাকৰ ছবি আৰু মেপ আদি দিব পৰা নগ'ল। কিন্তু যদি ৰাইজৰ পৰা উৎসাহ পাওঁ তেন্তে আকৌ দ্বিতীয় বাৰত সেই খিনি অভাব পূৰণ কৰিবলৈ মনত আশা থাকিল।

এই কিতাপখনি শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙ্গৰীয়াই ও শ্ৰীযুত কালী চৰণ সেন ৰায় বাহাদুৰ মহাশয়ে এবাৰ আগা-গোৰা পঢ়ি চাই আমাক উৎসাহ দিয়াত আমি তেওঁলোকৰ শলাগ লৈছো। ইতি—

বিনীত

শ্ৰীহৰকান্ত দেব গোস্বামী

সাং খটিয়াগাৰী সত্ৰ

# তীৰ্থ-কাহিনী

### ওঁ নমো গণেশায়

বেদানুদ্ধৰতে, জগন্নিবহতে, ভূগোল, মুদ্বিভ্ৰতে
দৈত্যান্দাৰয়তে বলিং ছলয়তে, ক্ষত্ৰক্ষয়ং কুৰ্ব্বতে।
পৌলস্ত্যং জয়তে, হলঙ্কলয়তে, কাৰুণ্য মাতন্বতে
ম্লেচ্ছানুমূৰ্চ্ছয়তে, দশাকৃতিকৃতে, কৃষ্ণায়তুভ্যংনমঃ।

লৰাকালতে স্কুলত পঢ়োতে যেতিয়া ভাৰতবৰ্ষৰ মেপ চাওঁ, তেতিয়াৰপৰাই এই দেশখন চাবলৈ মনত এটা বৰ ডাঙৰ হেপাহ জন্মে। তাৰ পাছে সেই দেশবোৰৰ নাম যেতিয়া মহাভাৰত, ভাগৱত আদি পুৰাণ, আৰু ৰামায়ণ আদি শাস্ত্ৰবোৰত পাবলৈ ধৰিলো, আৰু সেইবোৰ যেতিয়া পুনৰায় মেপত দেখিবলৈ ধৰিলো তেতিয়া সেই ইচ্ছা আৰো অধিকতৰ প্ৰবল হোৱাত মনত এটা এনে দৃঢ় প্ৰতিজ্ঞা কৰিছিলো যে, যেনে তেনে মতে মৰিবৰ আগেয়ে এই দেশখন এবাৰ চামেই। ইয়াৰ আগেয়ে ৩।৪ বাৰ কোনো কোনো ঠাইলৈ যোৱা হৈছিল, কিন্তু উপযুক্ত সঙ্গীৰ অভাৱত আৰু নানা কাৰণত মনৰ সেই ইচ্ছাটো পূৰ্ণ হোৱা নাছিল। প্ৰত্যেক বাৰ ফুৰি অহাৰ পাছতে মনত ভাবো যে এইবাৰ নহ'ল, কিন্তু এবাৰ অৱশ্যে ভালকৈ ফুৰিমেই। পিছে এইবাৰ

ঈশ্বৰৰ ইচ্ছাত মোৰ প্ৰিয়বন্ধু শ্ৰীযুত কালীচৰণ সেন ৰায় বাহাদুৰ মহাশয়ক মোৰ মনৰ মতন সঙ্গী পাই, মোৰ সেই বহুকালৰ পুৰণা মনত পুহি থোৱা আশাটো, কিছুদূৰ ঈশ্বৰে পূৰণ কৰিলে।

দেশ ভ্ৰমণৰপৰা যে মানুহৰ শাৰীৰিক ও মানসিক নানা বিষয়ৰ উন্নতি হয়, তাক বোধকৰো সকলোৱে স্বীকাৰ কৰিব। পিছে তীৰ্থ ভ্ৰমণত আকৌ দেশ ভ্ৰমণৰ ফলখিনিটো হয়েই তদুপৰি আকৌ হিন্দুধৰ্ম্ম শাস্ত্ৰোক্ত ধৰ্ম্ম লাভো হয়। কিন্তু বৰ দুখৰ বিষয়, এই তীৰ্থ ভ্ৰমণত আমাৰ অসমীয়া ভাইসকল বহুতো পিছত পৰি আছে। হিমালয়ত বাদে প্ৰায় গোটেইখন ভাৰতবৰ্ষকে ফুৰি আহিলো, আৰু ভাৰতৰ ও ভাৰতৰ বাহিৰৰ বহু দেশৰ মানুহক তীৰ্থ যাত্ৰীৰূপে লগ পাই আহিলো। কিন্তু বৰ লাজ আৰু দুখৰ কথা যে এই আঢ়ৈ মাহৰ ভিতৰত এজন অসমীয়া মানুহকো আমি তীৰ্থযাত্ৰী ভাবে ক'তো লগ নাপালো। ইয়াৰ কাৰণ ভাবি চিন্তি চাই আমি এই তিনটাকে বিচাৰি পাওঁ যে, প্ৰথমে দেশ বা তীৰ্থভ্ৰমণ কৰিব খুজিলে বহু টকা খৰছ লাগে, অসমীয়া মানুহৰ বেছি ভাগেই দুখীয়া, গতিকে সেইখিনি খৰছ কৰিব নোৱাৰে। দ্বিতীয়, যিসকলে খৰছ কৰিব পাৰে তেওঁলোকৰ ভিতৰত বোধহয় বহুতে এইবিলাক তীৰ্থৰ কথা বৰ ভালকৈ নাজানে; আৰু নাম জানিলেও সেইবিলাক তীৰ্থলৈ কেনি যাব লাগে, ক'তবা আছে, খৰছ বা কিমান লাগে, গায়ে বা ক'ত থাকিব, খোৱা লোৱাৰ বস্তু বেহানি পোৱা যায় নে নেযায়, বাটত বা চোৰ ডকাইতে ক'ত

কোবাই মাৰে, ইত্যাদি নানা চিন্তা কৰি, একো ভু-ভটং নাপায়ো বহুতৰ যোৱা নহয়। তৃতীয়, অসম দেশৰপৰা সেই-বিলাক ঠাইলৈ আগেয়ে ৰেল বা জাহাজ আদিৰে যাবৰ সুবিধা নথকাত, অসমীয়া মানুহৰ পক্ষে দেশ ভ্ৰমণ কৰা এক ৰকম অসম্ভব আছিল; গতিকে মানুহৰ দেশ ভ্ৰমণ কৰা অভ্যাসটো কম। অভ্যাস নথকাত আজিকালি দুই এজনৰ ইচ্ছা হলেও উপযুক্ত সঙ্গী নাপায়। বঙ্গলা আৰু ইংৰাজী ভাষাত এই বিষয়ৰ নানা ৰকম কিতাপ আছে, যাক পঢ়ি বা এখনি হাতত লৈ ভাল সঙ্গী নহলেও দুই তিনিজন বন্ধুই লগ লাগি সেই কিতাপৰ সহায়েৰে অনায়াসে সমুদায় ভাৰতবৰ্ষ ফুৰি আহিব পাৰে। কিন্তু দুখৰ বিষয় আমাৰ অসমীয়া ভাষাত তেনেকুৱা কিতাপ এখনিও নাই। আমি ফুৰি আহি দেশ ভ্ৰমণৰ কথা কোৱা-মিলা কৰাত আমাৰ কেইজনমান বন্ধুৱে আমাৰ সেই মুখেৰে কোৱা কথাখিনিকে লেখি ছপাই উলিয়াবলৈ আমাক বাৰে বাৰে অনুৰোধ কৰাত হে এই কথাখিনি লিখি এইৰূপে কিতাপ আকাৰে উলিয়াবলৈ বাধ্য হলো। নতুবা এই বুঢ়া বয়সত আমি এতিয়া গ্ৰন্থকাৰৰূপে ৰাইজৰ আগত ঠিয় হবলৈ সমূলি ইচ্ছা নাছিল। এই বাটেৰে বিসকলে ভ্ৰমণ কৰিব খোজে, তেওঁলোকৰ পক্ষে এই সৰু কিতাপখনি কিছু সহায় হব বুলি আশা কৰিলো। বিশেষ গিমানদূৰ পাৰিছো ৰেলৰ তৃতীয় শ্ৰেণীৰ ভাড়া ও অন্যান্য খৰছ ও তীৰ্থৰ কৃত্যাকৰ্ম্ম আৰু তীৰ্থৰ সংক্ষেপ বিবৰণও ইয়াত দিয়া হৈছে।

তীৰ্থ ভ্ৰমণ কৰিব লাগিলে ধৰ্ম্মশাস্ত্ৰমতে যি দেশৰপৰা যিজনে তীৰ্থলৈ যায়, তেওঁ প্ৰথমে সেই দেশৰ অধিষ্ঠাত্ৰী দেৱী বা দেৱতাক দৰ্শন কৰি তেওঁৰ অনুমতি নোলোৱাকৈ যোৱা অবিধি, নতুবা তীৰ্থ ভ্ৰমণৰ কোনো ফল নাপায় বুলি বহু দিনৰপৰা আমাৰ শুনা আছিল। গতিকে প্ৰথমে কামৰূপৰ অধিষ্ঠাত্ৰী দেবী ৺কামাখ্যা দেবাক আমাৰ দৰ্শন কৰা উচিত আছিল; কিন্তু ৺কামাখ্যা দৰ্শন কৰিব লাগিলে আগেয়ে তেওঁৰ ভৈৰব ৺ উমানন্দ প্ৰভুক দৰ্শন কৰি তেওঁৰ অনুমতি লব লাগে। এতেকে প্ৰথমে আমি ৺উমানন্দ মহাপ্ৰভুক দৰ্শন কৰি, তেওঁৰ অনুমতি লৈ ৺কামাখ্যা দেবীক দৰ্শন কৰি তাৰ পাছতহে অন্যান্য তীৰ্থবোৰলৈ যাত্ৰা কৰা হৈছিল। আমি গাবলৈ ওলোৱা খবৰ পাই আমাৰ ওচৰৰ ৪ জন ভাল মানুহ আমাৰে সৈতে লগ হৈ ওলাল। তেওঁলোক চাৰি জন, আমি ও কালী বাবুৰে সৈতে ৬ জন, সকলোৰে মাজত চাকৰ এজন, আৰু আমাৰ আত্মীয় এজন গোঁসাঁইৰ লৰাই তীৰ্থ চাবলৈ ইচ্ছা কৰি তেওঁৰ খৰচ আমি বহন কৰিলে আমাৰ বান্ধনী হৈ যাবলৈ স্বীকাৰ কৰাত তেওঁলোক দুইজনে সৈতে মোট যাত্ৰী ৮ জন হৈ এটা দল বান্ধিলো আৰু ৺ দুৰ্গা পূজাৰ বন্ধতে যাবলৈ স্থিৰ কৰিলো। কিন্তু কালী বাবুৰ কিবা বিশেষ দৰকাৰ থকাত তেওঁ চাকৰজনৰ সৈতে তিন দিন আগেয়ে তেওঁৰ বঙ্গ দেশত থকা নিজৰ ঘৰেদি গৈ ৺ গয়াধামত আমাৰে সৈতে লগ হব বুলি আমাৰ লগত বন্দবস্ত কৰি বিজয়া দশ-

মীৰ দিনা তেওঁ বাওনা কৰি বন্দবস্ত মতে তাৰ ৩ দিন পাছে আমি বাকী ৬ জনেও ধামলৈ যাত্ৰা কৰিছিলো ; কিন্তু বিদেশী তীৰ্থবোৰৰ বৃ লিখিবৰ আগে আমাৰ দেশৰ প্ৰধান তীৰ্থ কেইখনিৰ সংক্ষে বিবৰণ দিয়া গ'ল । আসামৰ ভিতৰত এই কামৰূপ জিলান একেবাৰে তীৰ্থেৰে ভৰা, তাৰ ভিতৰত—"আমণি. ম পৰ্বাস্তম, চাচিত্ৰাদগন্ধমাদনম্ দেবাঃ মৰণ মিচ্ছন্তি, কিন্তুত্ৰ মানবাদয়ঃ।" অৰ্থাৎ মণিকুট বা হাজোৰ ৺মাধবৰ পৰ্ব্বতৰ পৰা গুৱাহাটীৰ উত্তৰ পাৰে থকা মণিকৰ্ণিকেশ্বৰ দেৱালয়, আৰু গুৱাহাটীৰ পূবে থকা চিত্ৰাচল বা নবগ্ৰহৰ পৰ্ব্বতৰপৰা, শুৱালকুছি গাওঁৰ কাষত থকা গন্ধমাদন বা গাঁধমৌ পৰ্ব্বত এই চাৰিখনি পৰ্ব্বতৰ মাজৰ ঠাই ডোখৰ পঞ্চতীৰ্থৰ ভিতৰ নামে বিখ্যাত । আৰু এই ঠাই ডোখৰ ইমান পবিত্ৰ যে ইয়াত মৰিবলৈ দেবতাসকলেও বাঞ্ছা কৰে আৰু মানুহ আদিৰ কথা কি কম । এই পঞ্চতীৰ্থৰ ভিতৰতে ৺ কামাখ্যা দেবীৰ মন্দিৰ আছে ।

---

## ১। ৺কামাখ্যা দেবী

আসাম দেশৰ কামৰূপ জিলাৰ ভিতৰত ব্ৰহ্মপুত্ৰ নদৰ দক্ষিণ পাৰে গুৱাহাটী চহৰৰ পৰা ২॥ মাইল দক্ষিণে নীলাচল পৰ্ব্বতৰ ওপৰত ৺কামাখ্যা দেবীৰ মন্দিৰ আছে । পৰ্ব্বতত উঠা বাটৰ মুখতে কামাখ্যা ষ্টেচন নামে ৰেলৰ

ষ্টেচন আছে, তাতে এটা ধৰ্ম্মশালাও আছে। সেই পিনে পৰ্ব্বতত উঠা বাটটোক "মেখেলা উজুৱা খট্‌খটি" বোলে। তাতে প্ৰথমে এজন দ্বাৰপাল গণেশ আৰু তাৰ পাছে এটা প্ৰকাণ্ড বটুক ভৈৰবৰ মূৰ্ত্তি আছে। নীলাচলত সতী দেহৰ গুপ্তাঙ্গ পৰিছিল বুলি দেবীৰ নাম কামাখ্যা হৈছে। ভৈৰবৰ নাম ৺উমানন্দ। কামাখ্যা দেবীৰ বৰ্ত্তমান মঠ অতি সুন্দৰ, কোচবিহাৰৰ মহাৰাজ নৰনাৰায়ণে ও তেওঁৰ ভায়েক চিলাৰায় বা শুক্লধ্বজে এই মঠ তৈয়াৰ কৰি দিছে। মন্দিৰৰ সন্মুখতে সৌভাগ্য কুণ্ড আছে। মন্দিৰৰ ভিতৰত প্ৰথমে অষ্টধাতুৰ নিৰ্ম্মিত দশভুজা চলন্তা কামাখ্যাৰ মূৰ্ত্তি আছে। তাৰ পাছে ক্ৰমে ক্ৰমে তললৈ নামি গৈ এটা গভীৰ গহ্বৰৰ ভিতৰত ভগৱতাৰ "যোনিমুদ্ৰা বা শক্তি পীঠ" আছে। অন্যান্য দেশৰ দেব দেবীৰ মন্দিৰ ও পীঠৰ লগত আসামৰ বিশেষত্ব এই যে ইয়াত যতবিলাক বিখ্যাত দেৱ দেবীৰ মূৰ্ত্তি বা পীঠ আছে সকলোবিলাক এটা গভীৰ গহ্বৰৰ ভিতৰত থকা দেখা যায়। ভাৰতবৰ্ষৰ ভিতৰত কেৱল উজ্জয়িনাৰ মহাকাল ভৈৰব মাথোন এনেকুৱা গহ্বৰত আছে আৰু আন কোনো দেব দেবীৰ মূৰ্ত্তি বা পীঠ গহ্বৰত নাই। মন্দিৰৰ ভিতৰবিলাক এক সমান; আসামৰ নিচিনা ক্ৰমে তললৈ নামিগৈ শেষে এক গহ্বৰত পৰিণত হোৱা দেখা নাযায়। ইয়াৰ কাৰণ কি? "ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহায়াং" এই বাক্যকে লক্ষ্য কৰিয়েই মন্দিৰৰ ভিতৰবিলাক এনেকৈ তৈয়াৰ কৰিছে নেকি?

৺কামাখ্যাৰ যোনি মুদ্ৰাৰ তলৰপৰা সদা-সৰ্ব্বদায় পানী ওলাব লাগিছে আৰু এই পানীবিলাক তলে তলে বৈ গৈ সৌভাগ্য কুণ্ডত পৰিছে। ইয়াত ৺দুৰ্গোৎসবৰ আৰু অম্বু-বাচীৰ সময়ত বৰ ডাঙৰ মেলা হয় আৰু বহু দেশৰপৰা বহু যাত্ৰী আহে। ইয়াত যাত্ৰীসকলে প্ৰথমে সৌভাগ্য কুণ্ডত স্নান কৰি ৺কামাখ্যা দেবীক দৰ্শন কৰি "কুমাৰী পূজা" কৰা নিয়ম আছে। ইয়াত চাবলগীয়া প্ৰধান ঠাই দশ মহাবিদ্যা আৰু সৰ্ব্বোচ্চ টিঙত ৺ভুবনেশ্বৰীৰ মন্দিৰ। এই টিঙত উঠিলে ব্ৰহ্মপুত্ৰ নদৰ সৌন্দৰ্য্য, গুৱাহাটী নগৰৰ দৃশ্য আৰু কামৰূপ জিলাৰ অধিকাংশ ঠাইৰ আৰু পাৰ্ব্বত্য ভূমিৰ সৌন্দৰ্য্য দেখি বিমোহিত হব লাগে। ৺ভুবনেশ্বৰীৰ বৰ্ত্তমান মন্দিৰ আৰু কামাখ্যাৰ জীৰ্ণ সংস্কাৰ দ্বাৰভাঙ্গাৰ মহাৰাজ বাহাদুৰে কৰি দি ভগৱতী কামাখ্যাৰ অনুগ্ৰহত দুটী পুত্ৰ ৰত্ন লাভ কৰিছে। সেই নিমিত্তে মহাৰাজৰ ভগৱতী কামাখ্যাৰ ওপৰত আগৰ গভীৰ ভক্তি ও অটল বিশ্বাস আৰো অধিকতৰ গভীৰ হৈছে। পৰ্ব্বতৰ নামনিত পশ্চিম কালে পাণ্ডুনাথ দেৱালয়ত পঞ্চ-পাণ্ডৱৰ মূৰ্ত্তি আছে। কামাখ্যাৰ পাণ্ডাবিলাকে যাত্ৰীক নিজৰ ঘৰত বাৰ্হা দি প্ৰসাদ দিয়ে। এনেকুৱা দস্তুৰ আৰু এই কামাখ্যা ভিন্ন ভাৰতবৰ্ষৰ আন কোনো ঠাইত নাই।

---

## ২। উমানন্দ

গুৱাহাটীৰ উত্তৰে ব্ৰহ্মপুত্ৰ নদৰ মাজত ভস্মাচল পৰ্ব্বতত ৺উমানন্দ ভৈৰব আছে। ইয়াতে শিৱৰ কোপানলত মদন ভস্ম হৈছিল, সেই দেখি এই পৰ্ব্বতৰ নাম ভস্মাচল। ভস্মাচল ব্ৰহ্মপুত্ৰ নদৰ এটী সৰুদ্বীপ বিশেষ; দেখিবলৈ এনে সুন্দৰ আৰু চিত্তাকৰ্ষক যে যি কোনো নতুন মানুহ আহি ভস্মাচলৰ ফালে মুখ কৰি ঠিয় দিয়ে, সিয়ে মন্ত্ৰ-মুগ্ধ হোৱাৰ নিচিনা কিছুমান পৰ ঠৰ লাগি একেবাহে চাই থাকে। এই ভস্মাচলৰ ওপৰত থকা সুন্দৰ মন্দিৰৰ তলত কামাখ্যা মন্দিৰৰ নিচিনা এটা গহ্বৰত ৺উমানন্দ ভৈৰবৰ মূৰ্ত্তি আছে। শিৱৰাত্ৰিৰ দিনা ইয়াত অৰ্দ্ধনাৰীশ্বৰ শিৱৰ খুব সমাৰোহে পূজা হয়। সেই দিনা ভগবান উমানন্দত সামিষ ভোগ লাগে আৰু বহু যাত্ৰীয়ে পৰমানন্দে সেই ভোগ ভোজন কৰে। এই উমানন্দলৈ যাবলৈ গুৱাহাটীৰ কাছাৰী ঘাটত আৰু শুক্ৰেশ্বৰৰ পাকা ঘাটত সদায় নাও পোৱা যায়।

---

## ৩। বশিষ্ঠাশ্ৰম

গুৱাহাটীৰপৰা ৭ মাইল পূবে গৰুড়াচলত ভগবান বশিষ্ঠ মুনিৰ আশ্ৰম আছে। তালৈ যাবলৈ গুৱাহাটীত সদায় ঘোৰাৰ গাড়ী ও মোটৰ ভাড়া পোৱা যায়। এই বশিষ্ঠাশ্ৰমলৈ যি

যোৱা নাই, তেওঁ বঙ্গদেশৰ বা পশ্চিমৰ কোনো ঋষিৰ আশ্ৰম দেখি যেন তাৰ লগত তুলনা নকৰে। গৰুড়াচল এখনি ডাঙ্গৰ দীঘল পৰ্ব্বত, ইয়াৰপৰা বাহিনী নামে এটী নদী বাহিৰ হৈ এই আশ্ৰমত আহি "সন্ধ্যা" "ললিতা" আৰু "কান্তা" নামে তিনি ধাৰাত বিভক্ত হৈ বশিষ্ঠ কুণ্ডত পৰিছে। এই কুণ্ডটীত এখন প্ৰকাণ্ড শিলৰ আসন এতিয়াও বৰ্ত্তমান আছে, য'ত ভগবান বশিষ্ঠ মুনিয়ে বহি তপস্যা কৰিছিল বুলি প্ৰবাদ চলি আছে। আঃ আশ্ৰমৰ কি দৃশ্য! নিঝৰাৰ ছাঁ ছাঁ শব্দে, আৰু ঠাই ডোখৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যে ও গম্ভীৰতায়, চাৰিওফালৰ পৰ্ব্বতত নানা জাতিৰ বন্য চৰাইৰ সুললীত মাতে মানুহক স্তম্ভিত কৰি পেলায়! কুণ্ডৰ আধা মাইলমান দূৰৰপৰাই কুণ্ডৰ ফালে যিমান আগুৱাই যোৱা যায়, প্ৰকৃতিয়ে জানো নিজে নিজে বাট দেখাই মহামুনিৰ আশ্ৰমলৈ আহি যাত্ৰীবিলাকক আগ বঢ়াই লৈ যায় আৰু জানো কাণে কাণে কৈ দিয়ে যে হে শোক তাপ প্ৰপীড়িত সংসাৰী জীৱসকল! আহা! এই পুণ্যময় তপোবনত আহি একখেনমান ইহ সংসাৰৰ জ্বালা-যন্ত্ৰণা ভুলি স্বৰ্গীয় আনন্দৰ অল্পমান সোৱাদ লোৱা আহি। মাঘ মাহত ইয়াত নিতৌ অসংখ্য যাত্ৰী স্নান কৰিবলৈ আহে। যাত্ৰীবিলাকে প্ৰথমে উপৰোক্ত তিনিধাৰাৰ মিলনৰ ঠাই বশিষ্ঠ গঙ্গাৰ জলত স্নান, তৰ্পণ আদি কৰি, যোগ মোহনত থকা চতুৰানন ব্ৰহ্মাৰ মুৰ্ত্তি দৰ্শন কৰে। তাৰ পাছে মন্দিৰৰ তলত এটী দ কুণ্ডত বশিষ্ঠ

মুনিৰ পাথৰময় মূৰ্ত্তি দৰ্শন কৰি বাহিৰলৈ আহি কুণ্ডৰ পাৰত খিচিৰি ৰান্ধি খাই পৰমানন্দে যাত্ৰীবিলাক বিদায় হয়। এই আশ্ৰমৰ ভিতৰতে কুণ্ডৰ পূবফালে প্ৰায় ১ মাইলমান দূৰত জঙ্গলৰ মাজত পৰ্ব্বতৰ গুড়িত বশিষ্ঠ মুনিৰ প্ৰিয়ভাৰ্য্যা অৰুন্ধতীৰ আশ্ৰম আছে। আঃ! মহৰ্ষিৰ তপোবনত সেই অপূৰ্ব্ব আশ্ৰমখনি দেখিলে পূৰ্ব্বকালৰ ঋষিসকলে নো কেনে পঁজা বা আশ্ৰম সাঁজি তপোবনত থাকি তপস্যা কৰিছিল তাৰ এটা মনত ধাৰণা জন্মে। যি সকল তীৰ্থযাত্ৰী কামাখ্যা দৰ্শন কৰিবলৈ আহে, আমি তেওঁলোকক অনুৰোধ কৰো, তেওঁলোকে যেন কেতিয়াও বশিষ্ঠাশ্ৰম নোচোৱাকৈ ঘৰলৈ নিফিৰে। বশিষ্ঠাশ্ৰমলৈ যাব লাগিলে খোৱা বস্তু গুৱাহাটীৰপৰা কিনি নিব লাগে। তাত একো পোৱা নাযায়।

---

## ২। অশ্বাক্ৰান্ত বা অশ্বক্ৰান্ত তীৰ্থ

গুৱাহাটীৰ ঠিক উত্তৰে ব্ৰহ্মপুত্ৰ নদৰ পাৰত এই "অশ্বাক্ৰান্ত" বা "অশ্বক্ৰান্ত" তীৰ্থ আছে। এই মহাতীৰ্থ সম্বন্ধে শাস্ত্ৰৰ বচন এই যে "অশ্বাক্ৰান্ত সমোতীৰ্থ, নাস্তি ব্ৰহ্মাণ্ড মণ্ডলে।" ভাৰতৰ যত তীৰ্থত স্নান কৰিলো, তাৰ সকলো তীৰ্থত স্নান কৰাৰ আগেয়ে সেই তীৰ্থৰ মাটী গাত ঘঁহি লৈ এই মন্ত্ৰটী পাঠ কৰিহে পাছে স্নান কৰায়; যথা—"অশ্বাক্ৰান্তে ৰথাক্ৰান্তে, বিষ্ণুকান্তে বসুন্ধৰে। মৃত্তিকে হৰমে পাপং

যস্ময়াদুষ্কৃতম্ কৃতম্।" এই মন্ত্ৰটীৰপৰাই পাঠকসকলে বুজি লব যে এই অশ্বাক্ৰান্ত তীৰ্থ কিমান প্ৰাচীন আৰু প্ৰাচীন ঋষি-সকলে ইয়াক কিমান পবিত্ৰ বুলি তীৰ্থসকলৰ ভিতৰত স্থান দি গৈছে। কিন্তু আমাৰ ওচৰত থকা কাৰণে আমি ইয়াৰ মূল্য নুবুজি এইবিলাক মহাতীৰ্থলৈ নাহি দূৰৈৰ পৰ্ব্বত দেখিবলৈ ভাল বুলি ভাবো। এই তীৰ্থত এখনি সৰু পৰ্ব্বতৰ ওপৰত এটা সুন্দৰ মন্দিৰৰ তলত অনন্তশয্যাশায়ী ভগবানৰ অতি সুন্দৰ কসতি পাথৰৰ শিলামূৰ্ত্তি আছে। ব্ৰহ্মপুত্ৰ নদৰ পানীৰ ওচৰতে এটা প্ৰকাণ্ড শিলত বিষ্ণুপদ চিহ্ন আৰু ব্ৰহ্মপুত্ৰত বহুত পবিত্ৰ কুণ্ড আছে। এই ঠাইডোখৰ ইমান সুন্দৰ যে তাত উঠিলে স্বাভাবিকেই মানুহৰ মনত আনন্দ জন্মি মানুহক বলিয়া কৰি তোলে। ইয়াৰ প্ৰাচীন মঠটী ইং ১৮৯৭ সনৰ বৰ ভূমিকম্পত ভাগি গৈছিল। পিছে ভাইচৰয় লৰ্ড কাৰ্জ্জন যেতিয়া আসামলৈ আহিছিল, তেওঁৰ লগত তেওঁৰ প্ৰিয়ভাৰ্য্যা লেডি কাৰ্জ্জনে আহি এই পৰ্ব্বতলৈ যায় তেওঁ এই ঠাইডোখৰৰ সৌন্দৰ্য্যত ইমান মোহিত হৈছিল যে তেওঁ এই মঠটী বান্ধিবলৈ নিজৰপৰা কিছু টকা দি বাকী টকা গুৱাহাটীৰ মিউনিছিপালিটীক দিবলৈ অনুৰোধ কৰি গৈছিল। সেই অনুৰোধ বা হুকুমমতে বৰ্ত্তমান মঠটী গুৱাহাটীৰ মিউনিছিপালিটীয়ে তৈয়াৰ কৰি দিছে। অশ্বাক্ৰান্ত সম্বন্ধে শাস্ত্ৰৰ কথা এই যে দ্বাৰকাৰপৰা শ্ৰীকৃষ্ণ আহি যেতিয়া এই আসামৰ পূব মূৰে থকা সদীয়াৰ ৰজা ভীষ্মকৰ কন্যা

ৰুক্মিণী দেবীক এইদিনে হৰণ কৰি দ্বাৰকালৈ লৈ যায় তেতিয়া এই অশ্বাক্রান্তলৈ আহি শ্ৰীকৃষ্ণৰ ৰথৰ ঘোৰা বৰ ক্লান্ত হৈ পৰিছিল, আৰু কাৰো কাৰো মতে ইয়াতে নৰকাসুৰে শ্ৰীকৃষ্ণক আক্ৰমণ কৰিছিল, এই কাৰণেই এই তীৰ্থৰ নাম অশ্বাক্রান্ত বা অশ্বক্লান্ত হৈছে। সেই সময়ত গুৱাহাটীত নৰকাসুৰে ৰাজত্ব কৰিছিল। নৰক বৰ বলী দুৰ্দ্দান্ত অসুৰ আছিল। পিছে দ্বাৰকাৰপৰা শ্ৰীকৃষ্ণ আহি তেওঁৰ ৰাজধানীৰ ভিতৰেৰে এই দেশৰপৰা কন্যা হৰণ কৰি লৈ যায়, এই কথা তেওঁৰ সহ্য নোহোৱাত শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰিছিল। শ্ৰীকৃষ্ণে ৰুক্মিণী প্ৰভৃতি কন্যাসকলক উমানন্দৰ দক্ষিণে থকা উৰ্ব্বশীত লুকাই থৈ যুদ্ধ কৰি নৰকক বধ কৰিলে আৰু এই অশ্বাক্রান্তত তেওঁৰ শ্ৰীপাদপদ্মৰ চিহ্ন ৰাখি গল। এই বিষ্ণুপদত যিসকলে পিতৃপুৰুষসকলৰ পিণ্ড দান কৰে, তেওঁলোকৰ পিতৃ পিতামহ আদি উদ্ধাৰ হৈ বৈকুণ্ঠগামী হয়।

এই অশ্বাক্রান্তৰ কুণ্ডবিলাকত স্নান কৰি বিষ্ণুপদত পিণ্ড দি অনন্তশয্যাশায়ী ভগবানক দৰ্শন কৰিব লাগে।

ইয়াৰ বাহিৰে গুৱাহাটী চহৰৰ ভিতৰতে চক্রাকাৰ, উগ্ৰতাৰা, শুক্ৰেশ্বৰ, জনাৰ্দ্দন, বাণেশ্বৰ, আৰু উত্তৰপাৰে মণিকৰ্ণিকেশ্বৰ, ৰুদ্ৰেশ্বৰ, দীৰ্ঘেশ্বৰী, ভৃঙ্গেশ্বৰ, মদনকামদেৱ প্ৰভৃতি বহু দেৱালয় আছে। আৰু গুৱাহাটীৰপৰা ১৫ মাইল উত্তৰ পশ্চিমে হাজো নামে ঠাইত ৺কেদাৰ আৰু হয়গ্ৰীৱ মাধৱ আদি বিখ্যাত দেৱালয় আছে। আমাৰ দেশীয় দেৱালয়ৰ

বৃত্তান্ত লেখা আমাৰ উদ্দেশ্য মহত্ম গতিকে সেই বিষয়ে বিশেষ নেলেখি ইয়াতে সামৰণি মাৰিলো ।

কাত্তিৰ ৮ তাৰিখে আমিনীগাওঁৰপৰা গয়ালৈ প্ৰত্যেকে তৃতীয় শ্ৰেণীৰ ভাড়া ৮৸৹ আনাকৈ দি, টিকেট কিনি পাৰ্ব্বতী-পুৰ ও কাঠিহাৰ জংসনেৰে গৈ ৺গয়াধাম পাই সেই দিনা পাণ্ডাৰ ঘৰতে থাকিলো । তাৰ ফিৰাদিনাখন "ৰামসাগৰ" নামে পুখুৰী এটাৰ কাষত থকা ধৰ্ম্মশালাত কালী বাবুক লগ ধৰি দুই দলে মিলি গলো আৰু দুয়োদলে অতি আনন্দিত হৈ কেনেকৈনো আমাৰ ভ্ৰমণটী শেষ কৰিম সেই বিষয় নানাৰকম আলাপ কৰি নিয়ম বান্ধিলো যে ৰান্ধনীজনৰ খৰছ আমি, কালীবাবু ও অপৰ দুইজনে মোট ৪ জনে বহন কৰিম । চাকৰজনৰ খৰছ কালী বাবুই অকলে বহন কৰিব । খোৱা খৰছ ৭ জনে সমানাংশে বহন কৰিম । বাকী লগত নিয়া বস্তু আদিৰ ভাড়া গাড়ী ভাড়া আদি খৰছ সমানে ৭ ভাগকৈ ভৰিম । তীৰ্থৰ পাণ্ডা বিদায় ও দান দক্ষিণা আদি অৱস্থা আৰু ইচ্ছামতে যি যি দিব পাৰে আৰু যোগ্য হয়, তাকে পহিলে আমাৰ ভিতৰত তুলি এঠাই কৰি লৈ, দিবৰ সময়ত ঠোপকৈ দিম । পাণ্ডাৰ ঘৰত নাথাকো ; সদায় ধৰ্ম্মশালাত থাকিম । সময় অপব্যয় নকৰো, আৰু গাড়ীত সদায় তৃতীয় শ্ৰেণীত ফুৰিম ।

---

## ৩। ৺গয়াধাম

ষ্টেচনৰপৰা তীৰ্থলৈ প্ৰায় ২ মাইলমান দূৰ হব। সদায় ঘোৰাৰ গাড়ী পোৱা যায়। শাস্ত্ৰমতে গয়া তীৰ্থৰ চমু বিবৰণ এই—ত্ৰিপুৰাসুৰৰ পুত্ৰ গয়াসুৰে বহুকাল অতি কঠোৰ তপস্যা কৰি বিষ্ণুৰ বৰ পাই পবিত্ৰ হৈছিল। গয়াসুৰক দৰ্শন ও স্পৰ্শন কৰি জীবসকলৰ বৈকুণ্ঠ লাভ হোৱাত যমপুৰী শূন্য হয় দেখি, ধৰ্ম্মৰাজ যমে ব্ৰহ্মাক লগত লৈ শ্ৰীবিষ্ণুক এই কথা নিবেদন কৰি প্ৰতিকাৰৰ প্ৰাৰ্থনা কৰিলে। বিষ্ণুই ব্ৰহ্মাক গয়াসুৰৰ দেহৰ ওপৰত যজ্ঞানুষ্ঠান কৰিবলৈ আদেশ দিলে। ব্ৰহ্মাই বিষ্ণুৰ আদেশানুসাৰে, যজ্ঞ কৰিবলৈ গয়াসুৰৰ দেহটী প্ৰাৰ্থনা কৰাত, পৰম ধাৰ্ম্মিক গয়াসুৰে ব্ৰহ্মাৰ প্ৰাৰ্থনাত মান্তি হৈ, যজ্ঞ কৰিবলৈ নিজৰ দেহটী পাতি দিলে। ব্ৰহ্মাই তেওঁৰ দেহৰ ওপৰতে যজ্ঞ কৰি, যজ্ঞ সমাপন কৰাত অকস্মাৎ গয়াসুৰৰ দেহটী কঁপিবলৈ ধৰিলে। তাকে দেখি দেৱতাসকলে যমপুৰীৰপৰা ধৰ্ম্মশিলা আনি, কৌশল কৰি গয়াসুৰৰ মূৰত স্থাপন কৰিলে; তাতো কম্পন নাথামাত দেৱতাসকল পুনৰায় বিষ্ণুৰ শৰণাগত হল। গদাপাণি বিষ্ণুই দেৱতাসকলক নিৰ্ভয় দি, সেই যজ্ঞস্থলিলৈ আহি গয়াসুৰৰ শৰীৰত গদাঘাত কৰাত কম্পন থামি স্থিৰ হল। তেতিয়া ভগবানে গয়াসুৰৰ মূৰত নিজ পাদপদ্ম স্থাপন কৰি গয়াসুৰক ইচ্ছামতে বৰ প্ৰাৰ্থনা কৰিবলৈ আদেশ দিয়াত গয়াসুৰে প্ৰাৰ্থনা কৰিলে যে "হে প্ৰভো! মোক এই বৰ দিওক যেন যাবৎ চন্দ্ৰ দিবাকৰ

আৰু এই পৃথিৱী থাকে মানে যেন মোৰ মুখৰ এই ধৰ্ম্মশিলাত ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, অধিষ্ঠিত থাকে। আৰু যি মোৰ মুখত থকা আপোনাৰ শ্ৰীপাদপদ্মত ভক্তিভাবে পিণ্ড দান কৰে, তাৰ সপ্তগোত্ৰ ও সাতকুল উদ্ধাৰ হৈ যেন বৈকুণ্ঠলৈ যায়।" বিষ্ণুই "তথাস্তু" বুলি বৰ দি অন্তৰ্ধান হ'ল। গয়াত দেখিব লগীয়া ঠাই—শ্ৰীশ্ৰীবিষ্ণুপাদপদ্ম, ফল্গু নদী, অক্ষয়বট, ৰামগয়া বা সীতাকুণ্ড, ৰামশিলা, প্ৰেতশিলা, ব্ৰহ্মযোনি, বিজয়-কৃষ্ণ গোস্বামীৰ মন্দিৰ, আকাশী ও পাতালী গঙ্গা, বুদ্ধগয়া প্ৰভৃতি। সাধাৰণতঃ যাত্ৰীসকলে প্ৰথমে ফল্গু নদীত, তাৰ পাছে বিষ্ণু পাদপদ্মত আৰু অক্ষয় বটৰ গুড়িত পিণ্ড দি বাকী কেইঠাইত দৰ্শন কৰে। আমিও তদনুসাৰে যথা সম্ভৱ কৰি, ফিৰাদিনা বুদ্ধগয়া চাবলৈ গলো। গয়াৰ বিষ্ণুপাদপদ্মৰ ওচৰত ভগৱানৰ যি ক'লা পাথৰৰ মন্দিৰ আছে সি অতিশয়, সুদৃঢ়, সুন্দৰ আৰু মনোহৰ।

---

## বুদ্ধগয়া

গয়াৰপৰা ৭ মাইল দূৰত বুদ্ধগয়া তীৰ্থ আছে, গয়াৰপৰা ঘোৰাৰ গাড়ী বা মোটৰেৰে যাব পাৰি। মন্দিৰৰ আগতে ওটা বৰ ভয়ানক ডাঙৰ ঘণ্টা আৰি থোৱা আছে, নেপালৰ মহাৰাজে উপহাৰ দিয়া বুলি শুনিলো। মন্দিৰৰ গাত নানা ৰূপ কাৰুকাৰ্য্যখচিত নানা মূৰ্ত্তি, আৰু ভিতৰত বিচিত্ৰ

কাৰুকাৰ্য্যখচিত পাথৰৰ উচ্চ আসনৰ ওপৰত পদ্মা-সনত ধ্যানস্থ মৰ্ম্মৰ পাথৰৰ বুদ্ধদেৱৰ মনোহৰ মূৰ্ত্তি দেখিলে সকলোৰে মন ভক্তিৰসে পৰিপূৰ্ণ হয়। মন্দিৰৰ দক্ষিণফালে এটা সৰু মন্দিৰৰ ভিতৰত পঞ্চপাণ্ডৱৰ মূৰ্ত্তি আৰু মন্দিৰৰ পশ্চিমফালে পাকা চাপৰ ওপৰত জগদ্‌বিখ্যাত বোধিবৃক্ষ (পুৰণা ডাঙ্গৰ আঁহত গছ এডাল) এতিয়াও জীয়াই আছে। তাৰ তলত আৰু ওচৰৰ গছবিলাকৰ তলত বৌদ্ধ শ্ৰমনক-বিলাকে পদ্মাসনকৈ বহি বহি তপস্যা কৰিব লাগিছে, দেখিলেই ভক্তিৰ উদয় হয়। মন্দিৰৰপৰা অলপমান দূৰত "বুদ্ধ পুখৰী" নামে এটা পুখুৰী আছে, তাতে বুদ্ধদেৱে নিতৌ স্নান কৰিছিল বুলি প্ৰবাদ আছে। মন্দিৰৰ পূবফালে বাটৰ সিফালে মোহন্ত মহাৰাজৰ প্ৰকাণ্ড অট্টালিকা, আৰু নানা ৰকম ঐশ্চৰ্য্য-পূৰ্ণ পুৰী দেখিলে অবাক হব লাগে। মন্দিৰৰ সম্মুখতে এটা পাকা কুৱা আছে, তাৰ পানীবোৰ ওচৰৰ আন আন কুৱাতকৈ মিঠা, এইবিলাক দেখি সেইদিনা বাহাঁত আহি ৰাতি থাকিলো। ১৩ কাৰ্ত্তিক তাৰিখে দিনত চহৰ ভ্ৰমণ স্নান দৰ্শন আদি কৰি পাণ্ডাৰ ঠাইত সুফল লৈ গধূলি ৺কাশীধামলৈ যাত্ৰা কৰিলো। আগে সুফল দিয়াত পাণ্ডাবিলাকে যাত্ৰীক নানা ৰকম কষ্ট দি টকা আদায় কৰিছিল, কিন্তু এতিয়া সেই দোষটো বহুতো কমিছে। গয়াধামত খোৱা-লোৱাৰ সকলো বস্তু-বাহানি কিনিবলৈ পোৱা যায়।

---

## ৩। ৺কাশীধাম

গয়াৰপৰা কাশীৰ বেনাৰস চিটি ষ্টেচনলৈ মোগল ছৰাই ষ্টেচনেৰে প্ৰত্যেকে ২॥৶০ আনাৰ টিকেট কিনি গাড়ীত উঠি ৰাতি ৪ টা বাজাত কাশী পালোগৈ। চিটি ষ্টেচনৰপৰা তীৰ্থলৈ প্ৰায় দুই মাইল। ঘোৰাৰ গাড়ী ও একা ( এটা ঘোৰাৰ গাড়ী ) পোৱা যায়। ষ্টেচনৰ ওচৰতে "গিৰিধাৰীলাল, ৰামপ্ৰতাপ ধৰ্ম্মশালা," ক্যণ্টনমেণ্ট ষ্টেচনৰ কাষত "অযোধ্যা প্ৰসাদ ধৰ্ম্মশালা," চক বাজাৰৰ কাষত "মতিলাল ভাগীৰথী ধৰ্ম্মশালা," আৰু ৰাধাকৃষ্ণ ধৰ্ম্মশালা আছে।

ভাৰতবৰ্ষৰ প্ৰায় প্ৰত্যেক ৰাজা, মহাৰাজা আৰু জমিদাৰৰে ইয়াত একোটা অন্নছত্ৰ আছে। দশাশ্বমেধ ঘাটৰ ওচৰত পাৰ্ব্বতী আশ্ৰম, হিন্দু বোৰ্ডিং এণ্ড লজিং, বিশ্বনাথ কেবিন, আৰু অন্নপূৰ্ণা হোটেল আছে। ধৰ্ম্মশালাবিলাকত থকাৰ বৰ সুবিধা। এনে কোনো হিন্দু তীৰ্থ বা ৰেলওৱেৰ বিখ্যাত ষ্টেচন বা জংসন নাই, য'ত দুটা এটা ধৰ্ম্মশালা নাই। ধৰ্ম্মশালাত থাকি থাকি একেবাৰে সমুদায় ভাৰতবৰ্ষকে ভ্ৰমণ কৰিব পাৰি। প্ৰত্যেক ধৰ্ম্মশালাত এজন কাৰ্য্যকাৰক বা মেনেজাৰ বা মহৰী থাকে, আৰু এজন বা দুইজন চৌকীদাৰ আৰু মেটৰ থাকে। সেইবিলাকক পইছা আদি দিবৰ কোনো নিয়ম নাই, আৰু আমাত কোনো ও মেনেজাৰে খোজাও নাই। কেৱল আহিবৰ সময়ত চৌকীদাৰ মেটৰক দুই চাৰি অনা বকচিছ্ দি আহিব লাগে, সি বিশেষ ধৰ্ত্তব্য একো নহয়। এই ধৰ্ম্মশালাবিলাকৰপৰা যে তীৰ্থ যাত্ৰাৰ

আৰু দেশ ভ্ৰমণকাৰীৰ কিমান উপকাৰ হৈছে তাক কৈ ওৰ পেলাব নোৱাৰি। কিন্তু সকলো ধৰ্ম্মশালাতে পাগঘৰটী নিজে খুব ভালকৈ গোবৰ মাটীৰে মুচি লব লাগে। কিছুমান ধৰ্ম্ম-শালাত পায়খানাৰ বন্দবস্ত ভাল নহয়, কিন্তু বেছি ভাগতে ভাল। ধৰ্ম্মশালাত থাকিব লাগিলে প্ৰথমে গৈ মেনেজাৰজনক লগ ধৰি নিজৰ নাম ধাম লেখাই লৈ এটী থকা কোঠা আৰু এখোটালি পাগনৰ ঠিক কৰি লৈ নিজৰ তালা চাবি বন্ধ কৰি বস্তু-বাহানি থৈ পাগঘৰটী আগেয়ে পৰিষ্কাৰকৈ লব লাগে। কাশীত পাণ্ডাৰ বৰ বেছি আবশ্যক নাই, গাইড্ স্বৰূপে এজন হলেই হয়। আমিও তেনে পাণ্ডা এজন লৈছিলো। কাশী সম্বন্ধে শাস্ত্ৰৰ চলন্ মত এই যে সত্যযুগত মহাদেৱে, বৰুণা আৰু অসি নামে দুখন নদীৰ মাজত, ত্ৰিশূলৰ ওপৰত পাঁচ ক্ৰোশ দীঘল ও পথালি ব্যাপি এই কাশী বা বাৰানসী পুৰী নিৰ্ম্মাণ কৰিছে, আৰু তেতিয়াৰপৰা তাত তেওঁ স্বয়ং বাস কৰিব লাগিছে। কাশীবাসীৰ মৃত্যুৰ সময়ত, স্বয়ং মহাদেব আহি তেওঁলোকৰ কাণত তাৰক ব্ৰহ্মনাম দান কৰি জীবক উদ্ধাৰ কৰে। সেই নিমিত্তে ইয়াত চিৰ কালৰপৰা এটা প্ৰবাদ চলি আছে যে, কাশীত মৃত্যু হলে মৃতকে সোঁ কাণখন ওপৰ কৰি প্ৰাণ ত্যাগ কৰে। কাশীত মৃত্যু হলে তাৰ আৰু পুনৰ্জন্ম নহয়, এই নিমিত্তে কাশীত আজিকালিও ভাৰতবৰ্ষৰ নানা ঠাইৰ হাজাৰ হাজাৰ হিন্দু বুঢ়া মতা তিৰুতা গৈ কাশীত বাস কৰি মৃত্যুৰ আগমনী গীত গাই গাই বাট চাই ৰহি আছে। ঋষিসকলে কাশীৰ এনে

প্রশংসা কৰি লেখি থৈ গৈছে যে "কলৌ বিশ্বেশ্বৰো দেবঃ, কলৌ-বাৰাণসীপুৰী" অৰ্থাৎ কলিকালত কাশীৰ নিচিনা পুণ্য ধাম আৰু বিশ্বেশ্বৰৰ নিচিনা জ্যোতিৰ্লিঙ্গ আৰু দ্বিতীয় নাই। শাস্ত্ৰত এই সাতখনি পুৰীক মনুষ্যসকলৰ মোক্ষদায়িনী পুৰী বুলি উল্লেখ কৰি গৈছে যথা "অযোধ্যা মথুৰা মায়া, কাশী-কাঞ্চী অবন্তিকা। পুৰী দ্বাৰাবতী চৈব, সপ্তৈতা মোক্ষদায়িকাঃ।"

মুছলমান বাদচা ঔৰঙ্গজেবে বিশ্বেশ্বৰৰ পুৰণা মন্দিৰ ধ্বংস কৰাৰ পাছে ইন্দোৰৰ পুণ্যবতী মহাৰাণী অহল্যা বাঈ বৰ্ত্তমান মন্দিৰ নিজ খৰছে তৈয়াৰ কৰাই দিছিল, তাৰ পাছে পঞ্জাবৰ ৰাজা ৰঞ্জিৎসিং মহাৰাজে এই মন্দিৰটি একেবাৰে সোণেৰে বন্ধাই দিয়াইছে। এই মন্দিৰৰ তলত একহাতমান চাৰিকোণীয়া গহ্বৰৰ ভিতৰত ভগবান বিশ্বনাথ শিবলিঙ্গ বিৰাজিত আছে।

কাশীত দেখিবলগীয়া প্ৰধান ঠাই—ঢুণ্ডিৰাজ গণেশ, অন্নপূৰ্ণা ভগবতী, শনিমূৰ্ত্তি, জ্ঞানবাপী, হৰপাৰ্ব্বতী, অক্ষয়বট, বিষ্ণুচৰণচিহ্ন, মণিকৰ্ণিকা, চক্ৰতীৰ্থ, তৈলঙ্গস্বামীৰ মূৰ্ত্তি, দশাশ্বমেধঘাট, শীতলাদেবী, কেদাৰেশ্বৰ, দুৰ্গা মন্দিৰ, হৰিশ্চন্দ্ৰ ঘাট, ভাস্কৰানন্দ আশ্ৰম ও মূৰ্ত্তি, হিন্দু কলেজ, শঙ্কৰাচাৰ্য্য মঠ, হিন্দু বিশ্ববিদ্যালয় আৰু অন্যান্য বহু দেব-দেবীৰ মন্দিৰ আছে।

আমি কাশীত ধৰ্ম্মশালাত থাকিবলগীয়া নহল, কাৰণ দশাশ্বমেধ ঘাটৰ ওচৰতে কালীবাবুৰ পূৰ্ব্বপুৰুষ ৰাজা ৰাজবল্লভ

মহাৰাজে বান্ধা, তেওঁৰ পাকা দালান এটা এতিয়াও কাশী বাবুসকলৰ দখলত আছে, পিছে তেওঁৰ নির্দ্দেশমতে আমি গৈ তাতে থাকিলো। তাৰপৰা দশাশ্বমেধ ঘাটত গৈ গঙ্গাস্নান কৰি ৺বিশ্বনাথ প্রমুখ্যে ওপৰত লেখা দেব-দেবীসকলক যথা সাধ্য দর্শন ও যৎসামান্য পূজা আদি কৰি দুই ৰাতি কাশী বাসৰ পাছে কাতিৰ ১৫ তাৰিখে ২টা বজাত আগ্রা ফোর্টলৈ ৬।/০ অনাৰ টিকেট কৰি ৰাওনা কৰিলো। কাশীত গঙ্গা উত্তৰ বাহিনী গতিকে গঙ্গাস্নান অতি প্রশস্ত। কাশীত অন্য বহু নগৰতকৈ শাক-পাচলি সস্তা আৰু বহু বস্তু কিনিবলৈ পোৱা যায়।

কাশীৰপৰা আগ্রালৈ যোৱাত বাটতে এলাহাবাদ বা প্রয়াগতীর্থ পোৱা যায়। এইবাৰৰ আগে আমি এই তীর্থলৈ গৈছিলো গতিকে এইবাৰ আৰু যোৱা নহল। তথাপি যাত্রীসকলৰ সুবিধাৰ নিমিত্তে আমাৰ পুৰণা ডাইৰীৰপৰা এই তীর্থৰ বিষয় যি জানিছিলো লিখা হল।

---

## ৭। এলাহাবাদ বা প্রয়াগ

এলাহাবাদ জংসন এখন বৰ ডাঙৰ ষ্টেচন। তাৰপৰা তীর্থলৈ ৪ মাইলমান দূৰ হব, সদায় এক্কা পোৱা যায়। এই ষ্টেচনৰ ওচৰতে বিহাৰীলাল—কুঞ্জিলাল, সিংহানীয়াৰ এটা ধর্ম্ম-শালা আছে। ইয়াৰ বাটবিলাক বৰ বহল, আৰু গছৰ নামেৰে

ৰাস্তাবিলাকৰ নাম থৈছে। তাৰ কাৰণ এই যে যি বাটৰ কাষত নিমু ৰুইছে তাৰ দুইকাষে কেৱল নিমুই আৰু আন গছ নাই, সেইদেখি সেই বাটৰ নাম "নিম ৰাস্তা"। তেনেকৈ "আহত ৰোড" বা ৰাস্তা, "তেতেলি ৰাস্তা" ইত্যাদি। ইয়াত প্ৰধান তীৰ্থকৃত্য হৈছে ত্ৰিবেণী ঘাটত স্নান ও মুণ্ডন। ঘাটত যায় দেখিলো বৰ বৰ চাতাজাপি বা বৰ ডাঙৰ চাতা একো-টাৰ তলত একোজনকৈ পাণ্ডা বহি আছে আৰু প্ৰত্যেকৰ চাতাত বা জাপিত সিংহ, ঘোঁৰা, হাতী বা চিপাহী একোটা আঁকা আছে। যাৰ চাতাত যি আঁকা আছে সেইয়ে তেওঁৰ মাৰ্কা, সেই অনুসাৰে পাণ্ডাৰ নাম হয়। যথা সিংহ মাৰ্কা কানে লাডড়ু কানাইয়ালাল চাৰে চাৰি ভাই। এনেকৈ চাৰে তিনি ভাই চাৰে সাত ভাইৰপৰা চাৰে এগাৰ ভাইলৈ আমি শুনি আহিছো। চাৰে তিনি ভাইৰ অৰ্থ তিনি ভাইৰ উপনয়ন হৈছে, এক ভাইৰ এতিয়াও হোৱা নাই গতিকে গণনাত তেওঁক আধা বুলি ধৰে। কোনো কোনোৱে বিবাহ কৰাক পূৰা, নকৰাক আধা লেখে বুলিও কয়। ঘাটত অসংখ্য নাপিত বহি ক্ষৌৰ কৰিবলৈ সদায় মাতিবই লাগিছে। প্ৰত্যেকৰ মুৰ খুৰোৱাত ৵০ অনাৰপৰা আৰম্ভ কৰি যিমানে পাৰে আদায় কৰে। প্ৰয়াগত বিশ্বাসী ভক্তবিলাকে শৰীৰৰ নোম অধিককি চকুৰ ভুৰু পৰ্য্যন্ত খুৰায়। মুণ্ডন কৰি উঠি ত্ৰিবেণীৰ ঘাটত স্নান ও শ্ৰাদ্ধাদি কৰি বেণীমাধৱ দৰ্শন কৰি তীৰ্থকৃত্য সমাপন কৰে। ইয়াতে ত্ৰিবেণীৰ ঘাট বুলি যি ঠাইত গঙ্গা

যমুনা, সৰস্বতীৰ মিলন হৈছে সেই ঘাটলৈ নাৱেৰে যাব লাগে। গতিকে আমাৰ লগৰ পুৰোহিতজনে বৰ ভয় কৰি, তেওঁও নগল আৰু আমাকো যাবলৈ নিদিলে। যমুনাৰ যি ঘাটত আমি স্নান কৰিলো, সেই ঘাটতে স্নান ও মুণ্ডনৰ ধুম দেখি অবাক হৈছো। প্ৰয়াগত নাপিতবিলাকে কথাই কথাই এটা পগু মাতে যে "প্ৰয়াগে মুড়িয়ে মাথা, মৰপাপী যথাতথা।" প্ৰয়াগত দেখিবলগীয়া,—দুৰ্গৰ ভিতৰত অশোকস্তম্ভ, অক্ষয়বট, বেণীমাধৱ, ভৰদ্বাজ মুনিৰ আশ্ৰম, হনুমান মূৰ্ত্তি, আৰু মুয়াৰ কলেজ, খশ্ৰুবাগ, হাইকোৰ্ট, ইত্যাদি।

---

## ৮। আগ্ৰা চহৰ

কাতিৰ ১৬ তাৰিখে পুৱা ৫ টা বজাত গৈ আগ্ৰা পাই ষ্টেচনৰ কাষতে ১।০ অনা ভাড়া দি, এটা নাম মাত্ৰ ধৰ্ম্মশালা ওৰফে ভাড়াটীয়া ঘৰত বস্তু-বাহানি তালা বন্ধ কৰি থৈ, এজন চাৰ্টিফিকেট পোৱা গাইডক ১৲ এটকা দিবৰ বন্দোবস্ত কৰি লৈ নগৰ চাবলৈ ওলালো। এই চহৰত কেবল যমুনা স্নানত বাজে হিন্দুৰ আৰ অন্য তীৰ্থ নাই; এই যমুনাৰ নাম ইয়াত ৰেণুকা তীৰ্থ। কেবল তাজমহল আৰু আগ্ৰাকোৰ্ট চাবলৈহে বেছিভাগ যাত্ৰীয়ে আগ্ৰালৈ যায়। মুছলমান বাদচা চাহজাহানে, তেওঁৰ প্ৰিয়া পত্নী মমতাজ বিবীৰ মৃত্যুত অত্যন্ত শোকান্ধ হৈ, তেওঁৰ প্ৰিয়াৰ নাম চিৰস্মৰণীয় কৰিবৰ নিমিত্তে এই

জগদ্বিখ্যাত তাজমহল তৈয়াৰ কৰি তাৰ তলত তেওঁৰ কবৰ দিছে। বাদচাহৰ মৃত্যুৰ পিছত তেওঁৰ কবৰো তেওঁৰ প্ৰিয়া-বেগমৰ ওচৰতে দিছে। এতিয়া বাদচা ও বেগমৰ কবৰ দেখিলে ঠিক যেন স্বামী ও ভাৰ্য্যা একে ঠাইতে শুই, এই দুঃখ শোক পীড়িত জগতৰপৰা শোক দুঃখৰ হাত এৰাই চিৰ কাললৈ শান্তি লাভ কৰিছে বুলি বোধ হয়। এই তাজমহল পৃথিবীৰ সপ্ত আশ্চৰ্য্য বস্তুৰ ভিতৰত এটা। ইয়াক বহুদেশৰ বহু কাৰি-কৰে মিলি ক্ৰমান্বয়ে ১৭ বছৰ পৰিশ্ৰম কৰি ৭ কোটি টকা খৰচ কৰি, পৃথিবীৰ সকলো দেশৰপৰা নানা ৰঙৰ মহামূল্য পাথৰবিলাক আনি তৈয়াৰ কৰিছে। তাজমহল ষ্টেচনৰপৰা ১॥ মাইলমান দূৰ হব। ষ্টেচনৰপৰা যমুনাৰ পাৰৰ বাটেৰে তাজমহললৈ যোৱাত সোঁহাতে মুকলি পথাৰ এখনত কুইন ভিক্টৰিয়াৰ এটা প্ৰকাণ্ড মাৰ্বেল পাথৰৰ মূৰ্ত্তি আছে। তাজমহলৰ শোভা ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ৰকমৰ হয়। জোনাক ৰাতি চন্দ্ৰকিৰণত ও পুৱাই সূৰ্য্য উদয় হোৱাত সূৰ্য্য কিৰণত, দেখিবলৈ অতি মনোহৰ ৰূপ ধাৰণ কৰে। তাজমহলৰ শোভা আৰু কাৰুকাৰ্য্যৰ কথা লেখি বুজাব নোৱাৰি, তুলনা দিবৰো বস্তু নাই, কেৱল তাজহে তাজৰ তুলনা। তাজমহলৰ পৰা কিছুমান দূৰত আগ্ৰাফোৰ্ট বা দুৰ্গ আছে। তাত এজন মহৰি পুৱা ১০ টা বাজাৰ সময় আহি অফিচ খুলি বহে। তাতে প্ৰতিজনে সোমোৱা ফিজ ৵০ আনাকৈ জমা দি চাৰ্টিফিকেট এখন লৈ দুৰ্গৰ ভিতৰত সোমাব লাগে। ভিতৰত মতি

মচজিদ, দেওৱানী আম বা আকবৰৰ দৰবাৰ ঘৰ, নাগিনা মচজিদ, চাহজাহানৰ বন্দীশাল, দেওৱানী খাছ, সোমনাথ মন্দিৰৰ বিখ্যাত চন্দন কাঠৰ দৰ্জ্জা জোড়া, (কিন্তু এতিয়া সেই জোড়া সোমনাথৰ দৰ্জ্জা নহয় বুলি তাত লেখি থৈছে) চিছ মহল বা হামাম, অৰ্থাৎ বাদচাৰ গাধোৱা ঘৰ, চাহজাহানৰ মৃত্যু হোৱা ঠাই, যোধবাঈ মহল, আকবৰে জহকালি থকা ঘৰ, ও পচা ঘৰ ইত্যাদি বহু দেখিবলগীয়া ঠাই আছে। সেইবিলাক নিজ চকুৰে নেদেখিলে লেখি বুজাবৰ ভাষা নাই। এই দুৰ্গটো আকবৰ বাদচাই ১৫৭৩ শকত তৈয়াৰ কৰিছে। আমি এইবিলাক চাই আহি, ভাড়াটীয়া ঘৰটো পছন্দ নোহোৱাত, সকলো বস্তু-বাহানি যমুনাৰ পাৰলৈ বৈ আনি, ঘাটৰ ওপৰতে মুকলি ঠাইত পাগ কৰি খালো। ওচৰৰ বজাৰত সকলো বস্তু-বাহানি কিনিবলৈ পালো। পাগ কৰা সময়ত আমি যমুনাত স্নান ও নিত্যকৰ্ম্ম সমাপন কৰি কাছৰ ও মাছৰ ৰং চালো। কাছবিলাক আগে পাৰৰ নানা ঠাইত, ও পানীত ছিলতি বিলতি, হৈ আছিল, পিছে পানীত কিছুমান ভাজা ৰুট ও আটা পেলাই দিয়াত, ইমান আহি জমা হল যে তেতিয়া যেন যমুনাৰ পানী শুকাই এডোখৰ প্ৰকাণ্ড শিলনি পথৰৰ ওপৰেৰে নদীৰ পানী ছাপ ছিপনিয়াকৈ বৈ যাব ধৰিছে বুলিহে বোধ হল। কত ৰকমৰ ভিন্ ভিন্ জাতৰ কত কাছ যে তাত জমা হৈছিল আহি তাৰ সংখ্যা কৰ নোৱাৰি। পিছত গৈ ঘাটৰ ছিৰিৰ থাকৰ ওপৰত উঠি

উঠিও খাব ধৰিলে গৈ। আন মাছো দুই চাৰিটা আছিল, কিন্তু কাছৰ প্ৰতাপত সিহঁত নগণ্য হৈ কʼত বা পলাই গল। এনেকৈ কাছৰ তামাচা চাই আৰু চহৰৰ অন্যান্য দৃশ্য চাই ভাটিবেলা মথুৰা কেণ্টনমেণ্টলৈ ৵৹ আনাকৈ টিকেট কৰি যাত্ৰা কৰিলো। আমি ভাড়া কৰা ঘৰটো অতি জঘন্য। আগ্ৰাফোৰ্ট ষ্টেচনৰ কাষত ৰামকিচন দাসৰ এটা ধৰ্ম্মশালা আছে। আগ্ৰাত ৰাতি থাকিব খুজিলে সেই ধৰ্ম্মশালাত থকাই ভাল। তাজমহাল ও ফোৰ্ট চাব খুজিলে, এজন গাইডে ভালকৈ বুজাই নেদিলে ভালকৈ চোৱা নহয়, গতিকে এজন গাইড ধৰি লব লাগে।

---

## ৯। মথুৰাপুৰী ও গিৰি গোবৰ্দ্ধন

সেই দিনাই ৰাতি গৈ মথুৰা পাই ধৰ্ম্মশালাত থাকিলো এই ধৰ্ম্মশালাটো মন্দ নহয়। মথুৰা আগে আমাৰ চোৱা আছে, গতিকে তাত সময় খৰচ নকৰি ১৭ কাৰ্ত্তিক পুৱাই উঠি ১৷৹ আনাত এখন মোটৰ ভাড়া কʼৰি গিৰি গোবৰ্দ্ধনলৈ যাত্ৰা কৰিলো। গোবৰ্দ্ধন গিৰি ইয়াৰ পৰা ১৬ মাইল দূৰ; বাট ভাল, এক ঘণ্টা মানৰ ভিতৰতে গৈ গিৰি গোবৰ্দ্ধন পাই, দেখিলো যে গোবৰ্দ্ধন পৰ্ব্বতখনি এতিয়া পৰ্ব্বত আকাৰে নাই। লতা-পাত, গছ-গছনি, মাটী-ঘাঁহ আদি পৰ্ব্বতত সচৰাচৰ থকা বস্তুবিলাক একো নাই। কেৱল

কিছুমান শিলৰ এটা প্ৰকাণ্ড আলিৰ নিচিনা হৈ ২।৩ মাইল দীঘলে, প্ৰস্থে ২০ টাৰ মান ঠাই আগুৰি পৰি আছে, আৰু বহুত শিল ইফালে সিফালে ছিলতি বিলতি হৈ পৰি আছে। শ্যামকুণ্ড ও ৰাধাকুণ্ড নামে একে জোড়াই ২টা বৰ ডাঙ্গৰ পুখুৰী বা কুণ্ড আছে। আমি ভিখুলাল গোস্বামী নামে এজন পাণ্ডা ধৰি প্ৰথমে শ্যামকুণ্ডও ৰাধাকুণ্ডত স্নান সন্ধ্যাদি নিত্য কৰ্ম্ম সমাপন কৰি ৰাধা গোবিন্দ প্ৰভৃতি তাত থকা বিগ্ৰহসকল দৰ্শন কৰিলো। তাত কিছুমান মণিপুৰী বৈষ্ণব ও বৈষ্ণবী লগ লাগি এখন সত্ৰ পাতিছে, সেই সত্ৰত এজন মণিপুৰী ব্ৰাহ্মণ পণ্ডিতে শ্ৰীমদ্ভাগবত পাঠ কৰিব লাগিছে আৰু সেই বৈষ্ণব বৈষ্ণবীসকলে ভদ্গত-চিত্তে ভাগবত শুনিব লাগিছে। তেওঁলোকে তাতে এটা মন্দিৰো স্থাপন কৰিব লাগিছে, এইবিলাক দেখি গিৰি গোবৰ্দ্ধনৰ তীৰ্থৰ ঠাইখন ভালকৈ ফুৰি চাই ভাঠিবেলা আকৌ মোটৰেৰে মথুৰাৰ ওচৰৰ এখনি সৰু ষ্টেচনলৈ ফিৰি আহি প্ৰত্যেকে /৬ পাই কৈ টিকেট কৰি শ্ৰীবৃন্দাবনলৈ যাত্ৰা কৰিলো। মথুৰা ষ্টেচনতে ৰাধা বল্লভ ছাবে এগাৰ ভাই নামে বৃন্দাবনৰ পাণ্ডা এজনে আমাক ধৰি তাৰে পৰা আমাৰ লগ লাগিল। সিফালে মথুৰাৰ ৪।৫ জন পাণ্ডাই হাতত প্ৰকাণ্ড একোডাল লাঠি লৈ আহি, সেই দিনা ৰাতি তাতে থাকি মথুৰা চাবলৈ আমাক বৰকৈ টান দি ধৰিলে। আমি মথুৰা আগে দেখিছো এইবাৰ আমাৰ যোৱা নহব বুলি বাৰ

ৰাব কোৱাতো সিহঁতে পাৰিলে আমাক জোৰকৈ ৰেইল গাৰীৰ পৰা নমাই নিব খোজে. আকৌ আমাৰ লগত থকা বৃন্দাবনীয় পাণ্ডাজনক মাৰিবৰ জোগাৰ কৰিলে। সিহঁতৰ মূৰ্ত্তি দেখি বৃন্দাবনীয়াক আমি সেই দিনা ৰক্ষা কৰিব নোৱাৰিম আৰু আমাৰ আগতে তাক কিবা খুন জখম কৰিব আৰু আমি সাক্ষী কৈ মৰিব লাগিব বুলিহে বোধ হৈছিল। পিছে আমি সৈতে সিহঁতে তৰ্ক-বিতৰ্ক কৰি থকাতে কিবা কাৰণে বৃন্দাবনীয়া এবাৰ গাড়ীৰ পৰা নামিল, এনেতে সিহঁতে সেই ষ্টেচনত থকা কনিষ্টবল এটাক কিবা কৰি হাত কৰিলে, আৰু তাৰ হতুৱাই বৃন্দাবনীয়াক টানা আজুৰা লগাই দিলে। গতিক বেয়া দেখি কালী বাবু ও আমি সৈতে কনিষ্টবলক ভালকৈ কথাটো বুজাই দি বহু চেষ্টা কৰিহে সেই দিনা বৃন্দাবনীয়াক ৰক্ষা কৰা হৈছিল। মথুৰা আৰু বৃন্দাবনৰ নিচিনা এনে অত্যাচাৰী পাণ্ডা, গোটেই খন ভাৰতবৰ্ষৰ আৰু কতো দেখা নাপালো। গয়াৰ আগে দুৰ্ণাম থাকিলেও আমি এই দুইবাৰৰ ভিতৰত কোনো বাৰেই গয়ালী পাণ্ডাৰ ব্যৱহাৰ বেয়া পোৱা নাই। মথুৰা শ্ৰীকৃষ্ণৰ জন্মস্থান গতিকে হিন্দুৰ এখনি সপ্তমোক্ষদায়িনী পুৰীৰ অন্যতম পুৰী। মথুৰাত দেখিবলগীয়া ঠাই বিশ্ৰামঘাট, ধ্ৰুবটিলা, ধনুৰ্যজ্ঞ স্থান, ৰঙ্গভূমি, ৰঙ্গেশ্বৰ মহাদেৱ, কংস কিল্লাৰ ঠাই, কেশৱ জীউৰ মন্দিৰ, কুব্জানাথ, ভূতেশ্বৰ মহাদেৱ ইত্যাদি বহু দেৱ-দেৱীৰ মন্দিৰ আছে। বিশ্ৰাম ঘাটত কংসক বধ

কৰি শ্ৰীকৃষ্ণৰ স্বৰূপ নিৰ্বাণ লৈছিল, ধ্ৰুব তিলাত ধ্ৰুবে তপস্যা কৰিছিল, ভূতেশ্বৰ মহাদেৱে এই পুৰীখন ৰক্ষা কৰি আছে বুলি প্ৰসিদ্ধ।

## ১৩। শ্ৰীশ্ৰীবৃন্দাবন ধাম

১৭ কাৰ্ত্তিক তাৰিখে গধূলি গৈ বৃন্দাবন পাই এটি ধৰ্ম্মশালাত থাকিলো। বৃন্দাবন শ্ৰীকৃষ্ণৰ লীলাভূমি, হিন্দুৰ বিশেষকৈ বৈষ্ণৱসকলৰ পৰম পবিত্ৰ তীৰ্থস্থান। শ্ৰীমতী ৰাধিকাৰ আন এটি নাম বৃন্দা। যি বনত শ্ৰীকৃষ্ণ ভগৱানে বৃন্দাৰ লগত কেলি কৰিছিল, তাৰ নামেই বৃন্দাবন। ভগৱানে অতি শিশু কালতে ঐশ্বৰিক শক্তি দেখায়, পূতনা, বকাসুৰ, অঘাসুৰ কেশীবধ, কালীয়নাগ দমন, ইন্দ্ৰৰ যজ্ঞভঙ্গ, গোবৰ্দ্ধন ধাৰণ, গোপীসকলৰ বস্ত্ৰ হৰণ, ৰাসলীলা প্ৰভৃতি নানাতৰহৰ বাল্যলীলা দেখাই, অক্ৰূৰৰ ৰথত উঠি যেতিয়া এই বৃন্দাবন এৰি মথুৰালৈ যায়, তেতিয়া তেওঁৰ পৰম ভক্ত গোপশিশু আৰু গোপীসকলৰ মৰ্ম্মভেদী বিলাপত, কাতৰ হৈ তেওঁলোকক সান্ত্বনা দিবৰ নিমিত্তে নিজ মুখেৰে কৈছিল যে "বৃন্দাবনং পৰিত্যজ্য পাদমেকং ন গচ্ছামি।" এই শ্ৰীমুখৰ বাক্যকে বিশ্বাস কৰি, ভক্ত সকলে আজিও বৃন্দাবনত লীলাময়ৰ মধুৰ মুৰলী ধ্বনি শুনে। এই বৃন্দাবনৰ বৃত্তান্ত দশমস্কন্ধ ভাগৱতত আৰু অন্যান্য বহু বৈষ্ণৱ শাস্ত্ৰত অতি সুন্দৰৰূপে বৰ্ণিত আছে আৰু ইয়াৰ বিষয় নজনা হিন্দু নাই বুলিলেও মিছা কোৱা নহয়।

এতেকে এই সম্বন্ধে আৰু বহলাই নেলেখি অতি আৱশ্য-কীয় কথাখিনি মাথোন লিখা হল। অম্বৰাধিপতি মহাৰাজ মানসিংহে যি গোবিন্দজীউৰ ৰঙা পাথৰৰ মন্দিৰ কৰি দিছিল তাৰ ওপৰ খণ্ড আওৰঙ্গজেৱ বাদচায় ভাঙ্গি দিছে, নানা কাৰু-কাৰ্য্যখচিত তলৰ তালা মাত্র এই- দুখৰ কাহিনী ভক্তসকলক জনাবলৈ এতিয়াও ঠিয় হৈ আছে। এই মন্দিৰ দেখিলে হিন্দুমাত্রৰে হৃদয়ত ভয়ানক আঘাত লাগে; তেতিয়াৰপৰা সেই মন্দিৰত পূজা আদি কৰা বন্ধ কৰি দিছে। ১২২৫ সনত বিখ্যাত দেওৱান নন্দকুমাৰ মহাত্মাই এই বৰ্ত্তমান গোবিন্দ গোপীনাথ, আৰু মদনমোহনৰ মন্দিৰ ৩টী তৈয়াৰ কৰি দি ভক্তিৰ পৰাকাষ্ঠা দেখাই গৈছে।

বৃন্দাবন যেতিয়া পালে ভক্তসকলে বৃন্দাৱনৰ মাটিত ভৰি দিবৰ আগেয়ে, বৃন্দাৱনৰ ধূলি মূৰত ও গাত ঘঁহি লয়, কাৰণ বৃন্দাবনৰ ঘাটে-বাটে ভিখৰীয়া, পাণ্ডা, গৰখীয়া আদি সকলোৱে আজিও এই গানটো সদায় গাই, ভক্ত যাত্রীসকলৰ হৃদয়ত ভক্তিৰস সিচি দিয়ে যেনে—

ধূলা নয় ধূলা নয় গোপীৰ পদৰেণু।
এই ধূলা মেখেছিল নন্দেৰ বেটা কানু॥
শ্যামকুণ্ড ৰাধাকুণ্ড গিৰি গোবৰ্দ্ধন।
মধুৰ মধুৰ বংশী বাজে এইতো বৃন্দাবন॥

এই বৃন্দাবনৰ ধূলিত এদিন সেই বিৰিঞ্চি বাঞ্ছিত ধ্বজ বজ্ৰাঙ্কিত শ্ৰীহৰিৰ শ্ৰীপাদপঙ্কজৰ চিহ্ন পৰিছিল, গতিকে সেই

ধূলিৰ বেণুকণা বিলাকো আজি ভক্তসকলৰ হৃদয়ৰ অমূল্য ধন। বৃন্দাবনত চাবলগীয়া প্ৰধান দেব-দেবীৰ বিগ্ৰহ যেনে গোবিন্দ জীউ, গোপীনাথ, মদনমোহন, যোগমায়া, ৰাধাৰমণ, গোকুলানন্দ, চাহাজিৰ মন্দিৰ, নিধুবন, নিকুঞ্জবন, শ্যামসুন্দৰ, ৰাধাবল্লভ, ৰাধাদামোদৰ, বংশীবট, গোপেশ্বৰ মহাদেৱ, যমুনা-পুলিন, জ্ঞানগুদাৰি, লালাবাবুৰ মন্দিৰ, শেঠজিৰ মন্দিৰ, অক্ৰুৰ তীৰ্থ, বঙ্কুবিহাৰী, দ্বাদশ ঘাট, ৰাধা-বিনোদ, কেশীঘাট, বস্ত্ৰহৰণৰ ঘাট, কালীয় দমনৰ ঘাট, ধীৰসমীৰ ঘাট, ৰাসমঞ্চ, কাত্যায়নী দেবী, প্ৰভৃতি। বৃন্দাবনত গোবিন্দ, গোপীনাথ, ও মদনমোহন বিগ্ৰহ নেকি শ্ৰীকৃষ্ণৰ প্ৰপৌত্ৰ বজ্ৰনাভে আদিতে স্থাপন কৰিছিল, পিছে সেই বিগ্ৰহ ও মন্দিৰ আওৰঙ্গজেব বাদচায় ধ্বংস কৰিব বুলি গোপনীয় মন্ত্ৰণা জয়পুৰাধিপতি মহাৰাজ জয়সিংহে জানিব পাৰি, উপৰোক্ত বিগ্ৰহ ৩টি গোপনে বৃন্দাবনৰপৰা নি, তেওঁৰ নিজ ৰাজধানীত ৰাজবাৰীৰ সন্মুখতে স্থাপন কৰি আজিলৈ বৃন্দাবনৰ নিচিনা সেৱা পূজা চলাই আহিছে। আমি স্বচক্ষে যি দেখি আহিছো তাৰ বিবৰণ পাছত দিয়া গৈছে।

প্ৰয়াগ, মথুৰা, বৃন্দাবন ও গকুল এই কেইখন তীৰ্থ ব্ৰজধামৰ ভিতৰত আছে গতিকে এই কেইঠাইৰ পাণ্ডাক "ব্ৰজবাসী" বোলে। এই কেইঠাইৰ ৰেলৰ ষ্টেচন পালেই "আবকা ব্ৰজবাসী কোন হ্যায়? আৰ কাহাছে আয়া? আবকা ক্যা নাম হ্যায়? ইত্যাদি নানাৰকম প্ৰশ্ন যে কত জনে সোধে তাৰ আদি অন্ত নাই। উত্তৰ নেদিলেও নেৰে,

দিলেও আৰকা গোত্র ? পিতামহ, ভাই লেৰ্কা কা নাম ? ইত্যাদি প্ৰশ্ন কৰি যে জ্বালাতন আৰম্ভ কৰে, সেই সময় যাত্ৰীৰ ধৈৰ্য্য ধৰি থকাই টান হৈ পৰে। তথাপি সেই বিপদত আৰু ধৈৰ্য্যত পৰে আন ঔষধি নাই। গোঁসাইক প্ৰণাম কৰি যি পয়ছা দিয়া যায় তাক "ভেঁট" বোলে (এইটো বৃন্দাবনৰ পৰা আৰম্ভ কৰি একেবাৰে পশ্চিম ও দাক্ষিণাত্য পৰ্য্যন্ত চলিছে)। বৃন্দাবনত "ভেঁট" নানাৰকম আছে, যেনে "কাঙ্গালী ভেঁট," "লালযাত্ৰীকা ভেঁট," "ইকৃলাই ভেঁট" এই ভেঁট দেৱালয়ৰ এজন মহৰীয়ে আদায় কৰে। যাত্ৰীৰ নাম-ধাম লেখি লৈ এটা পাক্কা খাতাত জমা কৰে, আৰু ভেটদাতাক কিছু মিশ্ৰি বা আন প্ৰসাদ খাবলৈ দিয়ে। প্ৰথমে গোবিন্দজীউৰ মন্দিৰত ভেঁট দিব লাগে; তাত দিলেই কিন্তু গোপানাথ, মদনমোহন আৰু বৃন্দাৰ ঠাইতো দিব লাগে বুলি পাণ্ডাই ভয়ানক সাধনি আৰম্ভ কৰে। পিচে আমাৰ যেনিবা যথা সাধ্য গোবিন্দজীৰ মন্দিৰত দি আৰু বাকী কেইঠাইত দিয়া নহল। বৃন্দাবন সম্বন্ধে লেখিবলৈ আৰু বহুকথা বাকী থাকিল কিন্তু আৱশ্যকীয় কথা এইখিনিয়েই। শেঠজীৰ মন্দিৰৰ আগত ৫০ ফুট লম্বা এডালি সোণৰ তাল গছ আছে, মন্দিৰৰ ভিতৰত পূজাৰ সজুলিবিলাক অধিকাংশই সোণৰ ও ৰূপৰ। গোঁসাইৰ অলঙ্কাৰ দেখিলে চকুত তাক লাগি যায়। মন্দিৰ অতি ধুনীয়া আৰু বহুমূল্য মাৰ্বেল পাথৰৰ তৈয়াৰী। আগে এই মন্দিৰটোই বৃন্দাবনৰ ভিতৰত অতি প্ৰসিদ্ধ মূল্যবান

ফিৰি যাই, তাৰ পৰা আকৌ সেই দিনাই দিল্লী জংচনলৈ ১৮৶০ অনাৰ টিকেট কৰি দিল্লীলৈ যাত্ৰা কৰিলো।

---

## ১১। গকুল

এই গকুললৈ আগৰ বাৰ যোৱা কাৰণে এইবাৰ আমাৰ যোৱা নহল কিন্তু আগৰ কথা যি মনত আছে সেই পুৰণা স্মৃতিৰ ওপৰত নিৰ্ভৰ কৰি এই অলপমান লিখা গল। মথুৰাৰপৰা ৬ মাইলমান দূৰত যমুনা নদীৰ অপৰ পাৰে এই তীৰ্থখনি আছে। গকুল অতি সৰু ঠাই, মথুৰাৰপৰা যাবলৈ ঘোৰাৰ গাড়ী, এক্কা পোৱা যায়। যমুনাত খেওৱা নাৱেৰে পাৰ হব লাগে। পাৰ হৈয়ে সিপাৰে এখনী সৰু থানা আছে। তাত যাত্ৰীবিলাকৰ নাম ধাম লেখি লৈ এৰি দিয়ে। মথুৰাত শ্ৰীকৃষ্ণৰ জন্ম হোৱা মাত্ৰেই, সেই শিশু কৃষ্ণৰ আদেশ মতে বসুদেৱে নি কৃষ্ণক এই গকুলৰ নন্দ ৰজাৰ ঘৰত লুকুৱাই থৈ, নন্দৰ তেতিয়াই জন্মা যোগমায়াক সলাই লৈ গৈছিল। তেতিয়াৰপৰা শ্ৰীকৃষ্ণৰ বাল্য লীলাৰ স্থান বুলি গকুল তীৰ্থৰূপে পৰিগণিত হৈছে। ইয়াত প্ৰাচীন মূৰ্ত্তি আদি আমি একো দেখা নাপালো, পুতনাৰ আৰু নন্দ যশোদা প্ৰভৃতিৰ যিবিলাক মূৰ্ত্তি সাজি থৈছে, সেইবিলাক একেবাৰে নতুন আৰু বেছি ভাগেই মাটীৰ। কেৱল পাণ্ডাবিলাকে কেইডোখৰ মান ঠাই দেখাই লৈ ফুৰাই কয় যে "ইয়াতে যোগমায়াৰ জন্ম হৈছিল, ইয়াতে পুতনা বধ হৈছিল, ইয়াতে কৃষ্ণে আঠু কাঢ়ি ফুৰিছিল, ইয়াতে জমলাৰ্জ্জুন

ভাঙিছিল ইত্যাদি। ঠাইডোখৰ বৰ পুৰণা বুলি বোধ হল, আৰু বহু পুৰণা মন্দিৰ আদিৰ ভগ্নাবশেষ দেখা গ'ল। চাৰিওফালে প্ৰকাণ্ড পথাৰত হাজাৰ হাজাৰ ভেৰা ছাগলি আৰু অসংখ্য গৰুৰ পাল দেখিলো। গাখীৰ বৰ সস্তা আৰু তাত থকা অধিবাসীবিলাকৰ বেছি ভাগেই গুৱাল। দুঘণ্টা-মান ঘূৰি চালেই গকুল ভ্ৰমণ শেষ হয়, তাত ৰাতি থকাৰ একো আৱশ্যক নহয়। তাৰ পৰা অলপ উত্তৰে যমুনাৰ পাৰত মঠ মন্দিৰ দেখি অনুসন্ধান কৰাত সেইয়ে শ্ৰীমতী ৰাধিকা দেবীৰ জন্মভূমি বুলি কলে আৰু ওচৰতে এখন নতুন গোকুল আছে বুলি পাণ্ডাই তালৈকে আমাক নিব ধৰিছিল, কিন্তু আমি নাযাই তাতে দৰ্শন আদি কৰি সেইদিনাই ফিৰি আকৌ যমুনা পাৰ হৈ আহিছিলো। পাৰ হৈ অহাৰ সময় সেই থানাৰ, কনেষ্টবল এজনে আৰু পাণ্ডাই আমাক গধূলি ৬ টা বজাত পাৰ হৈ আহিবলৈ হাক দি কৈছিল যে বাবু! ইয়াত ডকাইতৰ বৰ ভয় আছে, এই সময় আপোনালোকৰ যোৱা উচিত নহয়। আমি ৩ জন আৰু অযোধ্যাৰ ডেকা সন্ন্যাসী ৰূপধাৰী বামুণ ২ জন, এই ৫ জনে লগ হৈ দল বান্ধি সিহঁতৰ কথা অগ্ৰাহ্য কৰি যমুনা পাৰ হৈ আহোঁতে প্ৰায় ৭ টা মান বাজিছিল। পিছে যমুনাৰ ইপাৰে আহি নদীৰ নল খাগৰিৰ মাজেৰে কিছু দূৰ বাট আহি পাৰত উঠিব লাগে। সেই নল খাগৰিৰ মাজত ৪ জনমান ডকাইত হাতত বৰ দীঘল টাঙ্গন লৈ বহি আছিলে, আমাক দেখি দূৰৰপৰা খেদা দিছে।

সেইদিনা কাতি মাহৰ পূৰ্ণিমা তিথি আছিল, একেবাৰে দিন যেন জোনাক। আমি কিছু দূৰৰপৰা বতা খাগৰি লড়াই সিহঁতক আমাৰ ফালে দৌৰা দেখি আমিও প্ৰাণপণে পাৰৰ পিনে দৌৰিলো, আৰু সেই দিনাই আমাৰ শেষ দিন উপস্থিত হল বুলি ঈশ্বৰৰ নাম লবলৈ ধৰিলো। সিহঁত কিন্তু আমা-তকৈ দুগুণ বেগেৰে আহিল আৰু আমাৰ পৰা প্ৰায় ১০ টাঁৰ মান আঁতৰত থকাতে দেখিলো যে সিহঁতৰে আৰু আমাৰে মাজতে পাৰৰ ফালৰপৰা যমুনালৈ পানী বৈ অহা এটা বৰ দ জান আছে— তেতিয়াও পানী বব লাগিছে। সেই জানটো সিহঁতৰে আমাৰে মাজতে ব্যবধান হল। সিহঁতে ঘপহ্ কৈ আহি সেই জানৰ পাৰত ঠিয় হৈ আমাক কলে যে তহঁত সেইপিনে নাযাবি, জঙ্গলত পৰি মৰিবি এই পিনে বাট আছে আহ! আমি কিন্তু তেতিয়া পাৰ দেখিছো, আৰু সিহঁতে জান পাৰ হোৱাত পলম হোৱা বাবেহে আমাক ওচৰলৈ যাব মাতিছে বুলি ভাবি একেবাৰে প্ৰাণৰ আশা এৰি দৌৰি আহি বাট উঠিলো। বাট উঠি অলপমান গৈয়ে মথুৰা কেণ্টনমেণ্টৰপৰা প্ৰকাণ্ড এটা ঘোৰাত উঠি ফুৰিবলৈ অহা এজন কোনোবা মিলিটাৰী চাহাবক লগ পাই আমি ঘোৰাটোৰ আগলৈ যাই এই কথাখিনি কোৱাত, কোন ফালৰ-পৰা আমাক খেদি আহিছে, আৰু এতিয়া কিমান দূৰত আছে, দেখাই দিবলৈ কোৱাত, আমি দেখাই দিলো আৰু তেওঁয়ো সেই বনৰ মাজেৰে সেই ঠাইলৈ লক্ষ্য কৰি ঘোৰা চলাই

দিলে। আমিও ঈশ্বৰক ধন্যবাদ দি সেই দিনালৈ বাচিলো বুলি দৌৰাদৌৰিকৈ আহি মথুৰা ষ্টেচন পালো।

---

## ১২। দিল্লী

১৯ কার্ত্তিক গধূলি গৈ দিল্লী ষ্টেচন পাই, ষ্টেচনৰ ওচৰতে লছমি নাৰায়ণ ধৰ্ম্মশালাত গৈ থাকিলো। ধৰ্ম্মশালাত এটা প্ৰকাণ্ড দুতলা ঘৰ আছে, তাৰ ওপৰৰ তালাৰ এটা কোঠা আমাৰ ভাগত পৰিল। সেইদিনা দেৱালী আছিল, লাইট্ দিয়াৰ ধুম লাগি পৰিছে, আমি বজাৰ কৰিবলৈ গৈ প্ৰায় ১॥ ঘণ্টামান সময় ঘূৰিও একো বস্তুকে কিনিব নোৱাৰিলো। দোকানবোৰ সামৰি থৈ দোকানীবিলাক দেওৱালীৰ আনন্দত ইমান উন্মত্ত হৈছিল যে আমাৰ কথা কাৰো কাণতে নোসোমায়। কালী বাবুই নিৰাশ হৈ কলে যে "আজি আক খোৱা হৈছে।" তেতিয়া আমি ভাবি চিন্তি চাই, উপায় স্থিৰ কৰিলো যে, ৰোগ মাৰাত্মক, এই আসন্ন কালত বিষ প্ৰয়োগত পৰে আৰ আন ঔষধে কাম নকৰিব। গতিকে আমাৰ হাতত যি অলপমান সঞ্চিৎ সৰ্প বিষ আছিল, তাকে প্ৰয়োগ কৰিবলৈ স্থিৰ কৰিলো। এজন বুঢ়া হিন্দু দোকানীৰ কাষলৈ গৈ, ছোলাৰ ভজৰপৰা, লগুণ ডালি বাহিৰ কৰি দেখাই কলো যে দেখা, আমি ব্ৰাহ্মণ, কামৰূপ কামাখ্যাৰ পৰা তীৰ্থ চাবলৈ বুলি ৮ জন মানুহ গোট খাই আহিছো।

আজি গোটেইটো দিনে উপবাসে আছো, এতিয়া গধূলি আহি এই চহৰ পাই প্ৰায় ১॥ ঘণ্টা সময় ফুৰিলো, কিন্তু তোমালোকৰ মানুহবিলাক আনন্দত ইমান বলিয়া হৈছে যে খোৱা বস্তুখিনি কতো কিনিবলৈ নাপালো। এতিয়া তোমাৰ দোকানত আহি আলহি হলো, আৰু তুমিও যদি আনৰ নিচিনা কৰা, তেন্তে এতিয়া ৰাতিও উপবাসে থাকিব লাগিল। আমি ভিক্ষা খোজা নাই, উচিত মূল্য দি বস্তু কিনিব খুজিছো। তাতো যদি বস্তু নেবেচি লঘন পেলাবলৈ ভাল পোৱা, যি ভাল দেখা তাকে কৰা। এই কথাখিনি শুনি মানুহটো অলপমান সময় মনে মনে থাকি নিজে উঠি গৈ কষ্ট কৰি ওপৰৰপৰা বস্তুবোৰ নমাই আনি চাউল, ডালি আদি আৱশ্যকীয় বস্তুখিনি দিলে। তাকে পাই, এই দুৰ্ঘোৰ কলিকালত, এই মুছলমান প্ৰধান দিল্লী চহৰতো আজি লগুণে আমাক ভাত মুঠি খুৱোৱাত ইমান সহায় কৰাৰ বাবে লগুণক অসংখ্য ধন্যবাদ দিলো। মাটীৰ চৰু নেপাই এজোৰা পিতলৰ টৌ কিনিলো, আৰু পাত নেপাই, সকলে একোখন কম দামৰ অতি পাতল পিত্তলৰ থাল কিনি লোৱা হল। ৰাতি ধৰ্ম্মশালাত থাকি ফিৰাদিনা পুৱাই কুতুব মিনাৰ আদি চাবলৈ গলো। কুতব মিনাৰ ধৰ্ম্মশালাৰপৰা ১০ মাইলমান দূৰৈ হব। আজমীৰ গেটত গৈ এখন মোটৰ ভাড়া কৰি বাটত নানাৰূপ দৃশ্য দেখি দেখি কুতব মিনাৰ পালোগৈ। কুতব মিনাৰ ২৪২ ফুট ওখ, আৰু ওপৰলৈ উঠিবৰ ৫৮০ টী থাক আছে। পূৰ্ব্বকালত

দিল্লীৰ নাম ইন্দ্ৰপ্ৰস্থ আৰু ই পাণ্ডৱসকলৰ ৰাজধানী আছিল। সূৰ্য্যবংশৰ শেষ ৰাজা দিলুই এই নগৰি স্থাপন কৰিছিল বুলি তেওঁৰ নাম অনুসৰি ইয়াৰ নাম "দিল্লী" থৈছে। বৰ্ত্তমান দিল্লী ১৬৩১ খ্ৰীষ্টাব্দত চাহজাহান বাদচায় স্থাপন কৰিছিল বুলি প্ৰসিদ্ধ। ১৯১২ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষৰ ৰাজধানী কলি-কতাৰপৰা নি পুৰণা দিল্লীৰ ৩ মাইল উত্তৰে ৰেছিনা নামে ঠাইত পাতিছে গৈ। নতুন ৰাজধানী এতিয়াও সম্পূৰ্ণ তৈয়াৰ হৈ উঠা নাই। দিল্লী অতি প্ৰকাণ্ড চহৰ, ইয়াত চাবলগীয়া প্ৰসিদ্ধ ঠাই যেনে ৰাণীবাগ, চাঁদনিচক, ক্লকটাওৱাৰ, জুম্মা মছ্‌জিদ, টোগলকা বাদ, আলাউদ্দীন দুৰ্গ, মান মন্দিৰ, ৰোসে-নাৰাবাগ, হুমায়ুনৰ কবৰ, মিউটিনি মেমোৰিয়াল, ইন্দ্ৰপ্ৰস্থ বা যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞভূমি, জহানাৰা, কুতবমিনাৰ, দিল্লী-দুৰ্গ আৰু অশোকৰ প্ৰকাণ্ড লৌহস্তম্ভ। মিউজিয়মৰ ভিতৰত সোমালে অবাক হব লাগে, মিউজিয়মত গত জৰ্ম্মান যুদ্ধৰ প্ৰায় সকলো অস্ত্ৰ-শস্ত্ৰ আৰু অন্যান্য অসংখ্য মুল্যবান ছবি আছে। দেৱানী আম, দেৱানী খাছ, ৰংমহল, খেওৱাবাগ, ভছবি-খানা, ময়ুৰ সিংহাসন থকা মাৰ্বেবল পাথৰৰ আসন, হামাম বা গোছলখানা, আওৰঙ্গজেবৰ মতি মছজিদ, আদি চাবলগীয়া অট্টালিকা ও অদ্ভুত বস্তুসকল আছে। এইবিলাক চাব লাগিলে এজন গাইড্‌ ঠিক কৰি লব লাগে, আৰু দুৰ্গত সোমোৱাত প্ৰত্যেকৰ ৶০ অনাকৈ মাচুল লাগে। এই দুৰ্গটো চাহজাহান বাদচাই তৈয়াৰ কৰিছিল। আমি এই-

বিলাক চাই ২১ কাৰ্ত্তিক তাৰিখে পুৱাই দিল্লী জংচনৰপৰা কুৰুক্ষেত্ৰলৈ ১॥৶০ অনাকৈ টিকেট কৰি ৰাওনা কৰিলো। দিল্লী চহৰৰ ময়দানবিলাকত গোক্ষুৰ কাটাৰ নিমিত্তে শুদা ভৰিৰে খোজ দিব নোৱাৰি, আৰু ইয়াৰেপৰা কাটা আমাৰ চিৰ সঙ্গী হ'ল।

---

## ১৩। কুৰুক্ষেত্ৰ

কুৰুক্ষেত্ৰ এখন মহা তীৰ্থ, য'ত মহাভাৰতৰ যুদ্ধ হৈ ভাৰতবৰ্ষৰ ক্ষত্ৰিয়কূল চিৰকাললৈ নিৰ্ম্মূল হৈছে। হিন্দুই প্ৰায় সকলো শুভ কাৰ্য্যতে এই তীৰ্থক আহ্বান কৰে যেনে "কুৰুক্ষেত্ৰ, গয়া, গঙ্গা, প্ৰভাস, পুষ্কৰানিচ। এতানি পুণ্য তীৰ্থানিশ্ৰাদ্ধকালেভৱন্তীহ, (স্নান কালে ভৱন্তীহ ইত্যাদি)"। দিল্লীৰ পৰা কুৰুক্ষেত্ৰলৈ যোৱাত বাটত নানা তৰহৰ সেই দেশী শস্যৰ খেতি, আৰু ঠায়ে ঠায়ে ভয়ঙ্কৰ ডাঙৰ শূন্য পথাৰ আৰু তাত পালে পালে পহু আৰু মাজে মাজে ম'ৰা চৰাই ও পাৰচৰাই, আৰু পানীপথ ও তিৰোৰি নামে ইতিহাস বিখ্যাত যুদ্ধৰ ঠাই দুখন দেখি গলো। দিনৰ ১২ টা বাজাত গৈ কুৰুক্ষেত্ৰ ষ্টেচন পালো। ষ্টেচনৰ ওচৰতে এটা ধৰ্ম্মশালা আৰু কেইখানি মান সৰু সৰু দোকান আছে। সেই দোকান কেইখনত ডালি, চাউল, ময়দা, ঘিউ আদি খোৱা বস্তু পোৱা যায়; তাৰপৰা বস্ত্ৰ-বাহানি কিনি খোৱা-লোৱা কৰি

ভাটিবেলা হিন্দুৰ শেষ ৰজা পৃথ্বীৰাজৰ ৰাজধানী থানেশ্বৰ চাবলৈ গলো। থানেশ্বৰ চহৰ ধৰ্ম্মশালাৰপৰা এমাইল মান দূৰ হ'ব; এই খিনি যোৱা বাটৰ কাষত সৰু সৰু জঙ্ঘলৰ মাজত বহু ইটাৰ পাক্কা দালানৰ আৰু পাকা কুৱাৰ ভগ্নাবশেষ পাই গলো। পহু, মৰা চৰাইত বাজে আৰু আন বনৰীয়া পশুপক্ষী একো দেখা নাপালো। সেই ভাঙ্গা দালানবোৰ যে কি, বা কাৰ পুৰী আছিল, সুধিলেও কোনেও একো কব নোৱাৰে। এতিয়াও বহু দালানৰ দৰ্জ্জা খিৰিকিবিলাক লগোৱা, আৰু কম্পাউণ্ডৰ ভিতৰত কেৱল কাটা, আৰু বৰ বৰ শিলৰ পাক্কা কুৱাবিলাক পানীৰে ভৰি আছে। এইবিলাক দেখি দেখি ৰজাৰ কিল্লাৰ ও নানাৰূপ ভয়ঙ্কৰ ভয়ঙ্কৰ দালান ও দেওৱালৰ ভগ্নাবশেষ দেখি অত্যন্ত দুঃখিত হলো। থানেশ্বৰ শিব আৰু ভদ্ৰাকালী ভৈৰবী দৰ্শন কৰি গধূলি বাহাঁত আহি যেই শুবৰ আয়োজন কৰিব ধৰিছো, এনেতে এজন দোকানী আহি আমাক সাৱধান কৰি দি গ'ল যে. "বাবুসকল ! ইয়াত সাবধান হৈ থাকিবা ডকাইতৰ ভয় আছে।" ঠাই ডোখৰত মানুহৰ সংখ্যা কম দেখি আগৰপৰাই আমাৰ মনত অলপ সন্দেহ হৈছিল, পিছে এই মানুহ জনে আহি তেনেকৈ কোৱাত, আগৰ ভাব অলপ প্ৰবল হ'ল; দৰ্জ্জাত ডবল তালা লগাই ল্যাম্প জ্বলাই ৰাখিলো, আৰু বিছনাৰ কাষত দাও ও টোকান আদি লৈ সাবধানে শুলো; আৰু ডকাইত সচাকৈ আহিলে নো আমি কি উপায় কৰিম ইত্যাদি বিষয়ৰ

নানা খুন্দি সাজি থাকোতে থাকোতে টোপনি আহিল। কিন্তু পুৱা উঠি দেখো যে আমি সকলো আগৰ নিচিনাই ঠিক আছো। পিছে দৌৰা দৌৰিকৈ জঙ্গলৰ মাজত কাটাৰ বিন্ধা খাই শৌচ আদি সমাপন কৰি ২ খানী একা ভাড়া কৰি কুৰুক্ষেত্ৰ চাবলৈ গলো। কুৰুক্ষেত্ৰ পাণ্ডাৰ কথামতে দীঘলে, পথালি ৮০ ক্ৰোশ পৰিমাণ ডাঙ্গৰ, ঠাই খন বৰ সমান, মাজে মাজে কেবল জুপা জুপি কাটাৰ সৰু সৰু গছ আছে, ডাঙ্গৰ গছ নাই। বাটৰ দৰকাৰ নাই, যিপিনে ইচ্ছা গাড়ী বা মোটৰ চলাই যাব পাৰি। ঠাইয়ে ঠাইয়ে অলপ বঙা বঙা বালি আছে, মাজে মাজে গ'ৰা চৰাই আৰু পহুৰ পাল পোৱা যায়। আমি প্ৰথমে ভীষ্মদেৱৰ শৰশয্যাৰ ঠাইখন দেখিলো গৈ, তাৰ ওচৰতে অৰ্জ্জুনে শৰ মাৰি পাতালৰপৰা আনা "বানগঙ্গা" নামে থকা এটা সৰু পুখুৰীৰ নিচিনা ঠাইত পানী আছে, তাতে আচমন কৰিলো। তাৰ পাছে গুৰু দ্ৰোণাচাৰ্য্যৰ মৃত্যুৰ ঠাইখন চালো। এইবিলাক ঠাইত এটা এটা সৰু সৰু মন্দিৰ বা ঘৰ আছে আৰু ২।৩ টাকৈ সন্ন্যাসীৰ নিচিনা মানুহো পাণ্ডা স্বৰূপ হৈ আছে। তাৰ পাছে ভগবানে যি ঠাইত অৰ্জ্জুনৰ আগত গীতা কৈছিল সেই ঠাই ডোখৰ আৰু তাত থকা জ্যোতিৰ্ম্ময় শিব দৰ্শন কৰিলো। সেই ঠাই ডোখৰত কেইডালমান অতি পুৰণা বট গছ আৰু কেইবাটাও মন্দিৰ আছে। ওচৰতে এটা পুখুৰী আছে, ইয়াত মানুহ ১০।১২ জনমান দেখিলো আৰু অৰ্জ্জুনৰ ৰথত সাৰথী হৈ বহি ভগবানে গীতাৰ উপদেশ দিব

লাগিছে আৰু অৰ্জ্জুনে খুব মনোযোগ কৈ সাবধানে যেন শুনিব লাগিছে, এনে ভাবৰ মাৰ্বেল পাথৰৰ দুটা মূৰ্ত্তি আছে। কিন্তু কৃষ্ণ ও অৰ্জ্জুনৰ মূৰ্ত্তি মাৰ্বেল পাথৰৰ কৰা আমাৰ মনত বৰ যুক্তিসঙ্গত যেন নেলাগিল। অভিমন্যুক সপ্তৰথীয়ে বধা ঠাইডোখৰ তাৰ পৰা বহুদূৰ দেখি তালৈ যোৱা নহল। এইখিনি চাই ফুৰাতে আজিৰ দিন শেষ হ'ল আৰু বাহাঁক আহি শুই থাকিলো। ফিৰাদিনা পুৱাই উঠি দ্বৈপায়ন হ্ৰদলৈ গৈ হ্ৰদত স্নান ও শ্ৰাদ্ধ আদি কৰি হ্ৰদৰ পাৰৰ মন্দিৰত থকা পঞ্চ পাণ্ডবৰ আৰু কুন্তী দ্ৰৌপদী দেৱীৰ মূৰ্ত্তিও লক্ষ্মী নাৰায়ণ আদি দৰ্শন কৰি বাহাঁলৈ আহি গাই পতি এজনকৈ ব্ৰাহ্মণ ভোজন কৰোৱাত খৰছ ৷৷৴৹ আনাকৈ পৰিল। দ্বৈপায়ন হ্ৰদটো বৰ ডাঙ্গৰ দীঘল, বোধহয় তাৰ ৩ অংশমান আজি কালি ৰজা মহাৰাজাবিলাকে এটা কমিটি কৰি বহু টকা তুলি বান্ধাইছে, আৰু ঘাটবোৰ খুব বহলকৈ শিলৰে বন্ধাই একে সময়তে যাতে বহু মানুহে স্নান কৰিব পাৰে তাৰে সুবিধাকৈ দিছে। হ্ৰদৰ পাৰত দুৰ্য্যোধনৰ উৰুভঙ্গ ঠাইওএডোখৰ পাণ্ডাই দেখায়। এইবিলাক দৰ্শন আদি কৰি ২৩ কাৰ্ত্তিক ভাটিবেলা কুৰুক্ষেত্ৰৰপৰা ৰাজপুতনাৰ ফালে যাত্ৰা কৰিলো। ইয়াত প্ৰেমনাথ নামেৰে পাণ্ডা এজন ধৰা হৈছিল, ব্যৱহাৰ বৰ বেয়া নাপালো, আহিবৰ সময় যথাসাধ্য কিছু বিদায় দক্ষিণা দিও আহিলো। ইয়াৰপৰা ৰাজপুতনাৰ ভালচাপৃপৰ নামে ষ্টেচনলৈ প্ৰত্যেকে ৪৸৴৹ অনাকৈ টিকেট কৰি গাড়ীত

উঠিলো । হিছাৰ জংচনত গৈ বাটত ৰাতি থাকিলো, এইডোখৰ ৰেইল কেৱল কুৰুক্ষেত্ৰ আৰু মৰুভূমিৰ মাজেৰে গৈছে ; ইয়াত কোনো গাওঁ নাই, খেতি নাই, মাজে মাজে কেৱল বনুৱা পছুৰ পাল দেখা যায়, আৰু কেৱল কাটা, শিল আৰু বালি । খুব পুৱাই উঠি গা মুধুৱাকৈ গাড়ীত উঠিলো, মনেৰে ভাবিছিলো যে বাটৰ কোনো ষ্টেচনত নামি গা ধুই লম, কিন্তু কোনো ষ্টেচনতে পানী পাবলৈ নাই, কেৱল সাগৰ-ফেনা, শিজু, বাবলাকাটা আৰু অন্যান্য বহু জাতিৰ কাটা আছে যাৰ আমি নাম নাজানো। এই কাটাৰ মাজেৰে, অপাৰ অনন্ত, মৰুভূমি ভুফাল কৰি কেৱল ৰেলৰ লাইনটি চলি গৈছে । মনে মনে ৰেইলওৱে কোম্পানীক অসংখ্য ধন্যবাদ দিলো, আৰু ৰেইল হবৰ আগেনো ইয়াত মানুহ কেনেকৈ গৈছিল, অথবা আমাৰ ৰেইলখন যদি আজি কল বেয়া হৈ ইয়াতে পৰি থাকিব লগীয়া হয়, তেতিয়ানো আমাৰ অৱস্থা কি হব ? ইত্যাদি নানা চিন্তা ভাৱনা কৰি থাকোঁতে প্ৰায় ৩ টা মান বাজিল কিন্তু গা ধুবলৈ পানী নাপালো । মৰুৰ মাজৰ ষ্টেচনবিলাক কেৱল নামে মাত্ৰ ষ্টেচন. এটি বা দুটি সৰু সৰু পাকা ঘৰ আৰু ছালিয়া এখনিৰ তলত দুই তিনটা মুটকিত ভৰাই কিছু কিছু মিঠা পানী যাত্ৰীৰ নিমিত্তে ৰাখি থৈছে । যাত্ৰীয়ে গৈ খুজিলে, কেৱল এজনে খাব পৰাকৈ এপোৱামানৰ বেছি পানী নিদিয়ে । পিছে এটা ষ্টেচনত গৈ আমি আঠ জনেই নামি গৈ পানী খুজি আনি জমা

কৰাত কেৱল ২ ঘটি পানী হল, তাবে সৰ্ব্ব সম্মতি ক্রমে এক ঘটি কালীবাবুই আৰু এক ঘটি আমি মূৰত ঢালি সেই দিনা সেই ৰকমে মৰুস্নান কৰা গ'ল। তাৰ পাছে গৈ আন এটা ষ্টেচনত এটা খৰমজুৰা আৰু ২।৩ টা মান বাণ্ডি কিনি খাই সেইদিনা দিনৰ ভোজন শেষ কৰি গধূলি ৫ টা মান বাজাত গৈ তালচাপ্‌পৰ ষ্টেচন পালো। ইয়াত এটা ধৰ্ম্মশালা আৰু সৰু ৰকমৰ এখনি দোকান আছে আৰু খাব পাৰাকৈ পানীও পোৱা যায় গতিকে ইচ্ছা কৰিলে যাত্ৰীবিলাক ইয়াত থাকিব পাৰে। আমি তালচাপ্‌পৰত নামি, বিদাচৰ গাওঁৰ মতিলাল আছোৱাল বাবুৰ ঘৰলৈ যাম বুলি আগৰপৰা ঠিক কৰি আহিছো, আৰু তাত আনি গাড়ী আদি ৰাখিবলৈ কালী বাবুই আগেয়ে মতি বাবুক লেখিছিল, গতিকে আমি ভাবি আহিছিলো যে ষ্টেচনত বোধ হয় গাড়ী আমালৈ অপেক্ষা কৰি আছে। পিছে ষ্টেচন পাই গাড়ী নেদেখি অলপ হতাশ হলো। এনেতে বিকানীৰৰ ৰাজকৰ্ম্মচাৰী এজনে আহি, আমি লগত বেপাৰ কৰিবলৈ কিবা নতুন বস্তু বা আফিং নিছো নেকি, তাৰ বাবে আমাৰ চামন বা লাগেজ বিলাক তন্ন তন্নকৈ চাবলৈ আৰম্ভ কৰিছে, এনেতে মতি-বাবুৰ ৩ খন সজোৱা গাড়ী ( দুখন উটৰ, এখন গৰুৰ ) আহি উপস্থিত হৈ পলম হোৱাৰ বাবে কালী বাবুক ক্ষমা প্ৰাৰ্থনা কৰিলে, আৰু সেই মতিবাবুৰ গাড়ীলৈ অহা তেওঁৰ আত্মীয়জনৰ মুখত আমাৰ পৰিচয় পাই, সেই মহুৰীজন লজ্জিত

হৈ অতি বিনীত ভাৱে আহি আমাত কবলৈ ধৰিলে যে "আপোনালোকে আগে মোক ভালকৈ পৰিচয় দিলে, মই কেতিয়াও আপোনালোকৰ ছামন নাচালোহেঁ।" আমিও উত্তৰত কলো যে আপুনি আপোনাৰ কৰ্ত্তব্য কৰিছে, তাত আমাৰ কবলৈ কি আছে? ইত্যাদি কোৱা-মিলা কৰি আমি পৰমানন্দে গাড়ীত উঠিলো, কিন্তু কালীবাবুই জিন বান্ধি এটা উটত উঠিলে। উটত গলে মিছামিছি কষ্ট পাব গাড়ীত উঠক বুলি কোৱাত তেওঁ উটত উঠাৰো অভিজ্ঞতা জন্মিব লাগে বুলি কৈ, ঘপৌ ঘপৌকৈ যাবলৈ ধৰিলে, আৰু আমিও বাকীকেইজনে গাড়ীত উঠি বাটত নানা ৰকমৰ দৃশ্য দেখি দেখি গৈ ৭ মান বজাত চাপ্‌পৰ গাওঁ পালো। তাতে আমাক আনিবলৈ যোৱা কেঞাবাবুটিৰ ঘৰ, সেইদিনা তেওঁৰ ঘৰত আমাক থাকিবলৈ অনুৰোধ কৰাত ৰাতি তাতে থাকিলো। তেওঁ আমাক পৰম সমাদৰে শুশ্রূষা কৰি খোৱা-লোৱাৰ বস্তু-বাহানি যথেষ্ট দিলে, আৰু থাকিবলৈ তেওঁৰ নিজৰ চুতলা দালানৰ এফাল আমাক এৰি দিলে। আমি দিনত কষ্ট পাই আহি এই মৰুভূমিৰ মাজত ভগবানে আমাক এই সুখ দিয়াত তেওঁৰ নাম স্মৰণ কৰি ৰাতিটি তাতে কাটালো। আৰু খুব পুৱাই আকৌ সেই গাড়ীতে উঠি ইয়াৰপৰা ৬ মাইল মান দূৰ বিদাচৰ গাওঁৰ মতিবাবুৰ ঘৰলৈ যাত্ৰা কৰিলো। মতিবাবু বৰ ধনী মানুহ আৰু কালীবাবুৰ বৰ প্ৰিয় মক্কেল। দেশ ভ্ৰমণ কৰিবলৈ যোৱাৰ কথা শুনি

তেওঁৰ ঘৰত দুই এদিন থাকিবলৈ কালীবাবুক বৰ অনুৰোধ কৰাত তেওঁ আগে প্ৰতিশ্ৰুত হৈছিল গতিকেহে বাট এৰিও এনেকৈ তালৈ যোৱা হৈছিল। তাত গায় উপস্থিত হৈ দেখিলো যে আমাৰ নিমিত্তে থকা ঘৰ ও অন্যান্য সকলো বস্তু ঠিকঠাককৈ ৰাখিছে, একো বস্তু বিচাৰিব নেলাগিল কেবল কাটাৰ নিমিত্তেহে আমাৰ বৰ কষ্ট হৈছিল। কাপোৰত জোতাৰ তলিত, ছোটালত ঘৰৰ ভিতৰত কেবল কাটাময়। জোতা নোহোৱাকৈ এক খোজকে কাঢ়িবৰ উপায় নাই। তেতিয়াহে বুজিলোঁ যে মাৰোৱাৰীবিলাকৰ চাকৰ-বাকৰ লৰা-তিৰোতা সকলোৱে কিয় জোতা পিন্ধে। জোতা নহলে ঘৰৰ মজিয়াতো খোজ দিবৰ উপায় নাই। বিদাচৰ গাওঁ খনি এখনি সৰু চহৰৰ নিচিনা, আড়াই হাজাৰ মান গিৰী মানুহ আছে। বেছি ভাগেই ধনী কেঞা; নানা দেশৰ পৰা ধনকড়ি আৰ্জ্জি নি, তাতে মৰুভূমিৰ মাজত বৰ বৰ অট্টালিকা সাঁজি ভোগ কৰিব লাগিছে। আগে গুৱাহাটীত থকা বুঢ়া কেঞা আমি তাত কেইবাজনো লগ পালো, তেওঁলোকে আমাক খোৱা বস্তু দি আৰু মুখৰ কথাৰে আৰু ব্যৱহাৰেৰে বৰ সন্তোষ দিছে। কিন্তু শাক-পাছলি একো দিব নোৱাৰিলে, কাৰণ সি দেশতে সি বস্তু নজন্মে আৰু এক তৰমজুৰাত বাদে আন একো ফল বা শাক তাত পাব-লগীয়া নাই। তৰমজুৰাক “মতিৰা” বোলে; এই মতিৰা এটা ভগবানৰ বিশেষ দান। এই মৰুভূমিৰ মাজত য'ত পানী

এটোপা পাবৰ উপায় নাই, সেই মৰুৰ শুকান বালিত একে-বাৰে মিঠা চৰ্ব্বিতে ভৰা পানীৰ কলহ এটি বুলিলেও হানি নাই, বালিৰ মাজে মাজে পৰি আছে। খেতিৰ পৰাও হৈছে আৰু জঙ্গলীও পোৱা যায়; এই মতিৰাই মানুহৰ জলপান, তৰকাৰী, দেৱতাৰ নৈবিদ্য, ডাঙৰ মানুহৰ ভেটি আৰু গৰু মহৰ খাদ্য। গাওঁৰ মাজত আৰু চাৰিও ফালে কেবল মৰুভূমি আৰু কাটা, অসংখ্য ম'ৰা চৰাই আৰু হাজাৰে হাজাৰে ঘকুৰা আৰু বনৰীয়া পাৰ চৰাই দেখা যায়। ঠাইয়ে ঠাইয়ে পাথৰৰ খনি ওলাইছে, তাৰে পাথৰ আনি ধনী বিলাকে ঘৰ সাজিছে, দুখীয়া বিলাকৰ মাটিৰ ঘৰ। বৰ ধনী বিলাকৰ পাক্কা কুঁৱা আছে, তাৰে পৰা ওচৰৰ বহু মানুহে পানী খায় কিন্তু গা বোধ হয় বেছি ভাগেই নুধুৱে। ঘি আৰু গায়া দুধ অতি উত্তম ৰকমৰ পোৱা যায়; মানুহৰ আৰু গৰুৰ স্বাস্থ্য খুব ভাল দেখিলো। কোনো ভাল মানুহৰ ঘৰলৈ গলে এখনি ভাল ঠালত (কোনেও বা ৰূপৰ ঠালত) ২০ ৰকম মান নানা ৰকম সোৱাদৰ হজমি বস্তু আনি দি অভ্যৰ্থনা কৰে, আৰু পকা দালান বিলাকৰ ভিতৰলৈ নি তেওঁলোকৰ মুল্যবান কাপোৰ ও সোণৰ অলঙ্কাৰ আৰু অন্যান্য মুল্যবান সম্পত্তিবোৰ দেখুৱায়। জৈন বিলাকৰ এটা বৰ ডাঙৰ দেব মন্দিৰ আছে. তাত প্ৰায় ৬।৭ বছৰৰ পৰা ৮০ বছৰীয়া বুঢ়ীলৈকে মুখত কাপোৰ বান্ধি জপ কৰা কিছুমান সন্ন্যাসিনী আছে, সেই গাওঁৰ বহু ভদ্ৰলোক আহি আমাক সেই মন্দিৰ

দেখাবলৈ নিলে। সন্ন্যাসিনী বিলাকৰ ভিতৰত এজনী ২৬। ২৭ বছৰৰ ছোৱালীয়ে আমাক তেওঁলোকৰ সংস্কৃত ধৰ্ম্ম শাস্ত্ৰ ব্যাখ্যা কৰি কিছু কথা শুনালে, কথা শুনি ভাল পালো, কিন্তু তেওঁলোকে পালন কৰা অতি কঠোৰ নিয়ম বিলাক দেখিহে বৰ দুঃখিত হলো। নিয়ম বিলাক এই— এখন মাত্ৰ কাপোৰ লব পাৰিব তাৰে আধা পিন্ধিব আৰু আধা উৰিব। ভিক্ষা কৰিব নোৱাৰিব, তাতে স্বাভাবিকে যি মিলিব তাকেহে খাব পাৰিব। শৰীৰৰ সৌন্দৰ্য্য নষ্ট কৰিবলৈ মুৰৰ চুলি বিলাক এডাল ২ কৈ চিমতাৰে উঘালি পেলাই টোকলা মুৰিয়া হব লাগিব। নিশ্বাসত বায়ুৰ লগত ক্ৰিবা জীব মুখৰও নাকৰ ভিতৰে সোমাই হত্যা হব পাৰে, গতিকে সদায় নাকে মুখে কাপোৰ বান্ধি থাকিব লাগিব, ইত্যাদি। এই বিলাক দেখি শুনি, কালাবাবুৰ প্ৰসাদত তিন দিন ভাতে পৰম সুখে নানা মিষ্ঠান্ন আদি ভোগ কৰি, মুৰ দাড়ি খুৰাই, কাপোৰ ধুলাই কৰি আকৌ ১৫ দিন মানলৈ নতুন বল বান্ধি লৈ ২৪ কাৰ্ত্তিক ১১টা বজাত তাৰ পৰা আগৰ সেই গৰু গাড়ী আৰু উটেৰে আকৌ তালচাপৰ ষ্টেচনলৈ ৰওনা কৰিলো। ৩।টা বজাত গৈ ষ্টেচন পাই তেতিয়াই প্ৰতিজনে ৩।৵০ অনাকৈ টিকেট কৰি জয়পুৰলৈ গলো। ৰাতি ৯টা মান বজাত দিগানা ষ্টেচনত কেই ঘণ্টামান শুই থাকি আকৌ ৰাতি ৪টা বাজাত গাড়াত উঠি ২৮ কাৰ্ত্তিক পুৱাই সম্বৰ হ্ৰদ পালো গৈ। সম্বৰ হ্ৰদ অতিশয় প্ৰকাণ্ড, কুল কিনাৰা

প্ৰায় দেখা নাযায়। তাৰ এককালে বালি পৰিছে, সেই বালিৰ ওপৰেৰে ৰেইল গৈছে। পানীৰ মাজত সৰু ২ পৰ্ব্বত আছে, পানীবিলাক লোণময়। শুকান বালিৰ ওপৰত কেৱল লোনৰ দোম ময়; তিনিখনমান ৰেইল গাড়ী কেৱল লোণকে কঢ়িয়াব লাগিছে। হ্ৰদৰ মাজতে এটা ডাঙৰ ষ্টেচন আছে, তাত কেৱল লোণৰ হে চালান দিব লাগিছে। লোণ কৰা নিয়ম দেখিলো, হ্ৰদৰ এডোখৰ পানী চাৰিও ফালে আলি দি, শালি ধানৰ খেতি কৰা ডৱলৰ নিচিনা বান্ধি থয়। পানী শুকাই গলে তাত মহৰ গাখীৰৰ শৰ জমাৰ নিচিনা লোণ জমি থাকক; তাকে কোদালেৰে কাটি দমাই লৈ বস্তা বন্দী কৰি চালান দিয়ে, তাৰে নাম সম্বৰ লবণ। হ্ৰদত নানা ৰকমৰ চৰাই আৰু অন্যান্য দৃশ্য আছে, হ্ৰদৰ পাৰত বৰ ডাঙৰ সম্বৰ নগৰ নামে এখন চহৰ আছে, এইবিলাক এৰাই ৯টা বাজাত গৈ ফুলেৰা জংচন পালো। তাৰে পৰা দিল্লী এক্‌চ্‌প্ৰেচত উঠি ১১॥টা বজাত জয়পুৰ পালো গৈ।

---

## ১৪। জয়পুৰ

এই নগৰ খনি ১৭২৮ খ্ৰীষ্টাব্দত মহাৰাজ ছোৱাই জয়সিংহে স্থাপন কৰিছিল বুলি তেওঁৰ নামানুসাৰে ৰাজ্যৰ নাম "জয়পুৰ" দিছে। জয়পুৰ সোনালেই বাট, ঘাট, ঘৰ দৰ্জ্জা বাগিছা সকলোকে বৰ সু শৃঙ্খল নিয়মে যেন কোনবা

সুনিপুণ কাৰিকৰে সজাই থৈছে বুলি বোধ হয়। যিফালেই চোৱা যায় সেই ফালেই যেন মুগ্ধ হৈ চাই থাকিবৰ মন যায়। বাটবোৰ খুব বহল আৰু পৰিস্কাৰ, দালানবিলাক বাটৰ একাষে ঠিক এক নমুনাৰে সাজি একে ৰং দি থৈছে। চাৰিও ফালৰ দৃশ্য বিলাক দেখি যেন প্ৰকৃতিৰ নন্দন কানন খিনিত গৈছে সোমালো বুলি বোধ হল। চহৰৰ ভিতৰত এটা ধৰ্ম্মশালাত গৈ বাহা লৈ বস্তু বাহানি থৈ বজাৰ কৰিবলৈ গৈ দেখিলো যে ইমান সস্তা শাক পাছলি আৰু আগে আমি কতো পোৱা নাই। দুই তিনি পয়ছাত একোটা প্ৰকাণ্ড নতুন ফুল কবি পোৱা যায়, বেঙেনা আলু, উৰহী আদি সকলো ৰকমৰ তৰকাৰী অতিশয় সস্তাত কিনিলো, কিন্তু বেহাৰৰ তেল পোৱা নাযায়, তিলৰ তেল খাব লাগে। খোৱা-লোৱা কৰি এখন মোটৰ কেৰেয়া কৰি নগৰ ফুৰিবলৈ যাই প্ৰথমে মিউজিয়াম চালোগৈ, তাত বহুমূল্যৰ অতি আশ্চৰ্য্য ২ যে কত বস্তু দেখিলো তাৰ সীমা সংখ্যা নাই। জন্তুশালত জলচৰ স্থলচৰ নানা ৰকম পশুপক্ষী দেখি ৰাজপুৰীৰ ফাললৈ গলো। ৰাজপুৰীৰ কম্পাউণ্ডৰ ভিতৰত সোমাই ইন্দ্ৰপুৰীৰ নিচিনা ছিছমহল, হাওৱা মহল, চন্দ্ৰ মহল প্ৰভৃতি বিখ্যাত ২ দালানবিলাক আৰু তাৰ কাৰু-কাৰ্য্য দেখি একেবাৰে বিমোহিত হলো। নগৰৰ ওচৰতে পৰ্ব্বতৰ ওপৰত দুৰ্জ্জয় দুৰ্গ দেখিলে স্তম্ভিত হব লাগে। তাৰ পাছে বৃন্দাবনৰপৰা নিয়া পুৰণা গোবিন্দ

জীউৰ মন্দিৰ আৰু কসতি পাঠৰৰ মনোহৰ মূৰ্ত্তি আৰু এই মন্দিৰৰ পৰা এমাইলমান দূৰত থকা গোপীনাথ জীউৰ মন্দিৰ আৰু মূৰ্ত্তি দেখি অপাৰ আনন্দ লাভ কৰিলো। এই দুয়ো ঠাইতে বৃন্দাবনৰ নিচিনা সেৱা পূজা চলিব লাগিছে। পূজাৰী বিলাক বঙ্গালী, এওঁলোকক নেকি ৰাজাৰ বঙ্গালী দেৱানে নি তাতে পট্টন কৰিছে। জয়পুৰত চাব লগীয়া ঠাই দীননাথকা মন্দিৰ, হাওৱা মহল, আৰ্টস্কুল, এলবাৰ্ট হল। জয়পুৰ কলেজ, টাকশাল আৰু পৰ্ব্বতৰ ওপৰত থকা দুৰ্গ প্ৰভৃতি। এই পাহাৰী দুৰ্গৰ ভিতৰত জয়পুৰৰ ৰজা সকলৰ বহুকালৰ পৰা পুৰুষানুক্ৰমে সঞ্চিত হীৰা মণি মুক্তা, প্ৰভৃতি অসংখ্য মহা মূল্য ৰত্নসকল আছে। তাক খৰছ আৰু ব্যৱহাৰ কৰিবৰ ৰজাৰ কোনো অধিকাৰ নাই, আৰু ইচ্ছামতে সদায় তাক চাবও নোৱাৰে, কেৱল ৰজা সিংহাসনত উঠিবৰ দিনাহে বুঢ়া মন্ত্ৰী আৰু সেই বিষয় ক্ষমতা থকা দুই চাৰি জন বিষয়াই সৈতে গোটখাই মাত্ৰ চাব পাৰে এই বিলাক চাই-চিন্তি ২৯ কাৰ্ত্তিক ৯॥টা বজাত প্ৰত্যেকে ১॥০ আনাৰ টিকেট কৰি আজমীৰলৈ ৰাওনা কৰিলো। সেই দিনাৰ পৰা পুষ্কৰৰ মেলা আৰম্ভ হৈছে গতিকে গাড়ীত যাত্ৰীৰ বৰ ভিড় পালো। বোধ হয় ২টা বজাত গৈ আজমীৰ পালো, আৰু তেতিয়াই সেই ষ্টেচনতে গাইপতি ১৲ টকাকৈ ভাৰা দিবৰ বন্দোবস্তে ২খন ঘোৰাৰ গাড়ী কৰি পুষ্কৰলৈ ৰাওনা কৰিলো। বাটটো পৰ্ব্বত কাটি উলিয়াইছে, চাৰি

দিকে পৰ্ব্বতৰ নানা ৰূপ দৃশ্য, আৰু বাটত নানা দেশৰ নানা যাত্ৰী লগ পায়, পৰ্ব্বতৰ মাজেৰে কোনোবা এক অচিনা অজনা ৰাজ্যলৈ যোৱাত মনত নানা ৰকম ভাবৰ উদয় হৈছিল, কিন্তু গধূলি ৬টা বজাত পুষ্কৰ পাই, সিন্ধিয়া ধৰ্ম্ম শালাত গৈ থাকিলো, আৰু বাটৰ সকলো চিন্তা ভাবনা দূৰ হৈ মনত বৰ আনন্দ লাগিল।

---

## ১৩। পুষ্কৰ ও সাবিত্ৰী তীৰ্থ

পুষ্কৰ হ্ৰদ অতিশয় প্ৰাচীন তীৰ্থ, আৰু ই মহীৰাবণৰ পাতাল পুৰীৰ নিচিনা ঠাইত, আজমীৰৰ পৰ্ব্বত মালাই ঘেৰি থকা উপত্যকা ভূমিৰ মাজত আছে। আজমীৰৰ পৰা ৭ মাইল দূৰ। পুষ্কৰৰ আগৰ পৰিধি দেখিলে হ্ৰদৰ বহুভাগ মৰিগৈ, এতিয়া অতি অলপ:ান হে জী আছে বুলি বোধ হয়। কিন্তু সেয়ে গোটেই কম নহয়; প্ৰকাণ্ড পুখুৰী এটা, মাজত অসংখ্য কুম্ভীৰ একোখনি সৰু ২ নাওৰ নিচিনা হৈ ভাহি ২ ফুৰিব লাগিছে।

পুষ্কৰ সম্বন্ধে শাস্ত্ৰৰ মত এই—পদ্মপুৰাণত আছে, যে কলিকাল প্ৰবেশ হবাত পুস্কৰ তীৰ্থও কলিৰ প্ৰভাবে বিনাশ হব, আৰু মৰ্ত্ত্য লোকত মানুহৰ পাপ বৃদ্ধি হব, এই কথা পিতামহ ব্ৰহ্মাই আৰু নাৰদ প্ৰভৃতি ঋষিয়ে জানি অলপমান চিন্তা কৰি ব্ৰহ্মাই তেওঁৰ হাতত থকা পদ্মক কলে—"হে পদ্ম! মই পুষ্কৰক কলি নোহোৱা ঠাইত স্থাপন কৰিম,

যত কলি নাই তাতে তুমি পৰা" বুলি এৰি দিয়াত পদ্মই সমস্ত পৃথিবী ঘুৰি, কলি নোহোৱা ঠাই এই হটকেশ্বৰত তিনিবাৰ পৰিল। পিতামহ ব্ৰহ্মাই এই পদ্মা পৰা তিনি ঠাইতে তিনটা গহ্বৰ সৃজন কৰি স্বৰ্গ-মৰ্ত্ত্যবাসী সকলকে নিমন্ত্ৰণ কৰি যজ্ঞ কৰিবলৈ ব্ৰতী হল, আৰু তেওঁৰ সহ-ধৰ্ম্মিনী সাবিত্ৰী দেবীকো আহিবলৈ মাতি পঠিয়ালে। সময় মতে সাবিত্ৰী দেবী আহি নো পোৱাতে ইফালে যজ্ঞৰ শুভ ক্ষণ উকলি যায় দেখি ব্ৰহ্মাই এজনী সুন্দৰী সুলক্ষণী গুৱা-লৰ ছোৱালীক এজনী গাভীৰ দেহৰ ভিতৰত সোমাইদি শোধন কৰিলে "গায়ত্ৰী" নাম দি বিবাহ কৰাই সস্ত্ৰীক হৈ যজ্ঞ সমাপন কৰিলে। এনেতে সাবিত্ৰী দেবী আহি যজ্ঞৰ ওচৰ পায়, এই কথা শুনি অত্যন্ত ক্ৰোধান্বিতা হৈ, পুষ্কৰ যজ্ঞ স্থলীলৈ নাহি, ওচৰৰ এখনি পৰ্ব্বতত থাকিল। সেই পৰ্ব্বত আজিও "সাবিত্ৰী পৰ্ব্বত" নাম লৈ আকাশ লঙ্ঘি থিয় হৈ আছে। পুষ্কৰত স্নান কৰি, পিতৃ পুৰুষসকলক তৰ্পণ আৰু পিণ্ড দান কৰা আৰু ভুজ্যোৎসৰ্গ কৰা নিয়ম আছে। ঘাটবিলাক খুব বহলকৈ পাঠৰেৰে বান্ধোৱা, তাৰ তিনি চাৰি থাক নামি গৈ এজন পাণ্ডায় হাতত এডাল টাঙন লৈ, পানীত কোবায়, কুম্ভীৰ আগুৰি থকাতহে যাত্ৰী সকলে কোনোমতে ভয়ে ভয়ে স্নান তৰ্পণ আদি কৰিব পাৰে। প্ৰত্যেক বছৰে ২৷৩ জনকৈ যাত্ৰীক কুম্ভীৰে খায় বুলি পাণ্ডা বিলাকেও আমাক কলে। আমি যথাশক্তি, যথা নিয়মে

তীৰ্থকৃত্য সমাপণ কৰি, অটমটেশ্বৰ মহাদেৱ, ব্ৰহ্মা, বৰাহ মন্দিৰ, বদ্রিনাৰায়ণ, শেঠজীৰ মন্দিৰ, শ্ৰীৰঙ্গমজীৰ মন্দিৰ, নতুন শেঠজাৰ মন্দিৰ, (এই মন্দিৰৰ নিচিনা ভাল মন্দিৰ আৰু পুষ্কৰত নাই) এইবিলাক দৰ্শন কৰি, এমাইল দূৰত থকা উপৰোক্ত সাবিত্ৰী পাহাৰৰ ওপৰত উঠি গায়ত্ৰী দেবীক দৰ্শন কৰিলোঁগৈ। এই পাহাৰ খনি এটা কলৰ ডিলৰ নিচিনা একেবাৰে ঠিয়। ৩৬০ খাক ওপৰলৈ উঠিব লাগে বুলি প্ৰবাদ আছে, কিন্তু ঠাক গণিবৰ সাধ্য নাই। তাত উঠা যে কি কষ্ট, তাক ভুক্ত ভোগীত পৰে আনে বুজিব নোৱাৰে। কিন্তু টকা দিলে দোলাৰে উঠিব পাৰি, আমাৰে সৈতে ৩।৪ জন মানুহ দোলাত উঠি গৈছিলে, পৰ্ব্বতৰ ওপ-ৰত এটি সুন্দৰ মন্দিৰত মৰ্ম্মৰ পাঠৰৰ গায়ত্ৰী দেবীৰ মুৰ্ত্তি আছে, আমি দৰ্শন কৰি বাহালৈ আহি খায় দায় আকৌ মেলা চাবলৈ ওলালো। মেলাত অসংখ্য গৰু, ঘোৰা, উট, ছাগলি, মেৰা, ভেড়া ইত্যাদি জন্তু হাজাৰ হাজাৰ মানুহে গোট খায় বেচা কিনা কৰিব লাগিছে। পৰ্ব্বতৰ ওপৰৰ পৰা গোটেইখন মেলাকে এখন বগা মহাসমুদ্ৰ যেন দেখা যায়। গধূলি পুষ্কৰৰ আৰতি চালো; ভক্তসকলে হাজাৰ হাজাৰ প্ৰদীপ ধূপ, নৈবিদ্যাদি দি নানাবিধ বাদ্য বাজায়, বেদ-মন্ত্ৰ গান ও অন্যান্য গান কৰি পুষ্কৰৰ আৰতি কৰিব লাগিছে, দেখিবলৈ এক অপূৰ্ব্ব দৃশ্য হৈ দৰ্শকসকলৰ মনত ভক্তিৰ উদয় হয়। ফিৰা দিনা পাণ্ডাক বিদায় দক্ষিণা দি

১১ বজাত ২ খন ঘোৰাৰ গাড়ি কেৰেয়া কৰি প্ৰত্যেকে ।৶৹ অনাকৈ দিবৰ বন্দোবস্তে আকৌ আজমীৰলৈ ফিৰি আহিলো। মেলাৰ কাৰণে যাবৰ সময় আমাৰপৰা ডবল ভাড়া লৈছে। লক্ষ্মীনাৰায়ণ, ৰামনাৰায়ণ নামে দুইজন আমি পাণ্ডা লৈছিলো ব্যবহাৰ বেয়া পোৱা নাই। পুষ্কৰত বেহাৰৰ তেলত বাজে আন সকলো খোৱা লোৱাৰ বস্তু কিনিব পায়। কিন্তু কোনো ডালিয়েই নিসিজে।

---

## ১৩। আজমীৰ

আজমীৰ বৰ ডাঙৰ চহৰ। ষ্টেচনৰ ওচৰতে এটি সৰু বাঙ্গালী ধৰ্ম্মশালা আছে, তাতে গৈ থাকিলো। ১৪৫ খ্ৰীষ্টাব্দত চোহান বংশীয় অজয় পাল নামে ৰজায় এই নগৰ স্থাপন কৰিছিল। ইয়াত সেখ ময়নুদ্দীন চিস্তি নামে এজন বৰ ডাঙৰ মুছলমান সিদ্ধপুৰুষৰ কব্বৰ, বা দৰ্গা, বা "খাজা চাহেবৰ দৰ্গা" নামে এটা বিখ্যাত কব্বৰ আছে, তাক চাবলৈ বহু দেশৰপৰা বহু মানুহ যায়। মুছলমান ফকিৰ কেইজন মানে হিন্দুৰ পাণ্ডাৰ নিচিনা হাতত ফুল লৈ লৈ ষ্টেচনত আহি যাত্ৰী ধৰে। আমাকো আহি ফুল দিবলৈ আৰু সেই তীৰ্থলৈ নিবলৈ বৰ চেষ্টা কৰিছিল, পিছে আমাৰ সময় নোহোৱা কাৰণে যাব নোৱাৰিলো। ইয়াত এটা বৰ চমৎকাৰ জৈন মন্দিৰ আছে, সেই মন্দিৰৰ ভিতৰত সিংহতৰ

শাস্ত্ৰ মতে ঋষভদেৱৰ আৰু অন্যান্য বহু সোণাৰ মূৰ্ত্তি আছে। ইয়াক যে কিমান টকা খৰচ কৰি তৈয়াৰ কৰিছে, দেখিলে অবাক হব লাগে। এখনি সৰু পৰ্ব্বতৰ ওপৰত হনুমান-জিৰ মন্দিৰ আছে, তাত বাজেও দৌলতাবাগ, (বাগ অৰ্থ বাগিচা), ৰাজকুমাৰ কলেজ, আড়াইদিনকা ঝোপৰা এই-বিলাক চাব লগীয়া ঠাই আছে। ২ আঘণ পুৱাই উঠি ৮ টা বজাত দিল্লী এক্‌স্‌প্ৰেচত প্ৰত্যেকে ৫।৶০ অনাৰ টিকেট কিনি 'মেহচানা' ষ্টেচনলৈ যাত্ৰা কৰিলো। বাটত যোৱাত অসংখ্য পৰ্ব্বত, পাৰ্ব্বত্য মৰুভূমি, মাজে মাজে বনৰীয়া পছুৰ পাল, বহুত শুকান শিলভৰা নদী, আৰু কাতাৰ জঙ্গল পায় গলো। বৰ বৰ পথাৰ জুৰি এবিধ কপিলা বৰণৰ ঘাহ আছে দেখিবলৈ বৰ শুৱনি, যিমান দূৰলৈ চকুৰে চুকি পোৱা যায় গোটেইখন পথাৰকে যেন এখন কপিলাৰঙৰ গালিচা পাৰি থোৱা যেন দেখি। মনত ইচ্ছা হয় যেন তাৰ ওপৰত এবাৰ বাগৰ দিম, কিন্তু যদি কেনেবাকৈ হাত দিয়া যায় তেন্তে সৰ্ব্বনাশ! ইমান সৰু চোকা কাটা যে হাতেৰে চুলেই আঙুলিত বিন্ধি অসংখ্য কাটা উঠি আহিব। এইবিলাক কাটায় মৰিচিকাৰ কাম কৰে। জৈনবিলাকৰ জগদ্বিখ্যাত মন্দিৰ থকা আবু পৰ্ব্বত ৰোড এৰাই গলো। সিদ্ধপুৰ ষ্টেচনত কপিল মুনিৰ জন্ম-স্থান, ও সৰস্বতী নদীৰ পাৰত বৰ ডাঙৰ মেলা এৰি গলো, ৰাতি ৮ টা মেহচানাষ্টেচনত থাকিলো। ৩ আঘণ ১০ টা বজাত প্ৰত্যেকে ২৸০ অনাৰ টিকেট কৰি ৰাজ-কোট

ষ্টেচনলৈ ৰওয়ানা কৰিলো। বাটত অসংখ্য কপাহৰ খেতি, পহুৰপাল, আৰু তিলৰ খেতি দেখিগৈ "ওৱাধানা "চহৰ দেখিলো। ৰাতি গৈ ৰাজকোটৰ ধৰ্ম্ম-শালাত থাকিলো। প্ৰত্যেক ষ্টেচনতে একোটা মুটিয়া ধৰিলে ভাল হয়, কিন্তু বহুত সময় মুটিয়াইঁতে এচৰৰ ধৰ্ম্মশালাকো বহুত দূৰত বুলি কৈ, পয়ছা বেছিকৈ লয়, অলপ সাৱধান হৈ ভাড়া ঠিক কৰিব লাগে, নতুবা ঠগায়। দ্বাৰকালৈ যোৱা বাটত পুৱাই উঠি ৰাজকোট নগৰ চায়, খোৱা লোৱা কৰি ৯॥ বজাত প্ৰত্যেকে ৩৸৴০ অনাকৈ টিকেট কিনি দ্বাৰকালৈ ৰওয়ানা কৰিলো। বাটত কপাহ, তিল, ভজলুক, এড়াৰ আৰু নাম নাজানা অন্যান্য বহুত খেতি দেখি গলো। মানুহবিলাকে গোটেইটো দিন পথাৰতে থাকে, আৰু সূৰ্য্য নুঠাৰ পৰা একেবাৰে সন্ধ্যালৈ গোটেইটো দিন হাল বায়। তিৰতা, মৰদ, সকলো হাল বায়, আৰু পথাৰত পানী দিয়াৰ কাৰবাৰ কৰে। গৰুবিলাক বৰ বলিষ্ঠ ও শকট, দিনৰ ভিতৰত দুবাৰ মানকৈ গৰু আৰু মানুহ বদলাই লৈ হাল বায় বা প্ৰকৃতিৰ লগত যুদ্ধ কৰে। বৰনুণ বা নদ নদী বিল একো নাই, কেৱল পথাৰৰ মাজত ১২০ হাতৰপৰা ১৮০ হাত মান দোৱা কৰি নাদ খাণ্ডি শিলেৰে পাকা কৰি গৰুৰে সেই নাদৰ পৰা টানি পানী তুলে। আৰু নাদৰ পাৰ খন বৰ উচা কৰি লৈ তাৰে পৰা নালা কাটি কাটি প্ৰায় আধা মাইলমান দূৰলৈ খতিৰ মাজে মাজে জান কৰি লৈ নানা কৌশলেৰে পানী

নি পথাৰ খন ভিজাই ৰাখে। হাল বোৱাতকৈ পানী তুলি দি শস্যৰ জীৱন দিয়াটোহে বৰ ডাঙ্গৰ আৰু অদ্ভুত কাম। এনেকৈ পৰিশ্ৰম কৰি হাজাৰ হাজাৰ মাইল মাটীত খেতি কৰি মধ্য, উত্তৰ, পশ্চিম আৰু দক্ষিণ ভাৰতৰ মানুহে জীৱন ধাৰণ কৰিব লাগিছে। হাই অসমীয়া ৰাইজ সকল! তোমা-লোকে তাৰ তুলনাত, ভূ-স্বৰ্গত আছা। খেৰ, বাঁহ, গছ, গছনি একো পাব লগীয়া নাই, পথাৰত যে এডালি গছৰ তলত অলপ জিৰণি লব, সেইটো সপ্নৰ অতিত কথা, তলত কেৱল বালি, আৰু শিল, ওপৰত নীলবৰণীয়া আকাশত শ্ৰীসূৰ্য্য দেৱে অবাধ গতিৰে তেওঁৰ ৰথ চলাই ৰোদৰ অগ্নিময় তাপ বৃষ্টি কৰিব লাগিছে। খেতিৰ মাজত মাজে মাজে ফটা কাপোৰ বা মাকৈৰ ঠাৰি বা আন কিবা শহৰ ঠাৰিৰে পলোৱা বান্ধাৰ নিচিনা একোটা সৰু সৰু পজা বান্ধিলৈ তাতে কোনো মতে এখস্তক মুৰটি সোমাই জিৰণি লয়। এইবিলাক দেখি যায় জামনগৰ ষ্টেচন পালো। জামনগৰ বৰ ডাঙ্গৰ ষ্টেচন, গধুলি ৯॥ টা বজাত গৈ দ্বাৰকা পায় ধৰ্ম্ম-শালাত থাকিলো। ইয়াত পাণ্ডাৰ বৰ উৎপাত নাই। কাৰণ সকলো জাতিৰে পাণ্ডা পৃথক পৃথক, কোনো জাতিৰ পাণ্ডায়, আন জাতিৰ জজমানক দৰ্শন আদি কৰাব নোৱাৰে।

---

## ১৭। দ্বাৰকা

বৰোদা মহাৰাজৰ ৰাজ্যৰ ভিতৰত, কাঠিয়াৱাৰ উপদ্বীপত আৰব সাগৰৰ পাৰত শ্ৰীকৃষ্ণৰ এই দ্বাৰাৱতী বা দ্বাৰকাপুৰী আছে। এই পুৰী ভাৰতবৰ্ষৰ চাৰি ধামৰ একধাম আৰু সপ্তপুৰীৰ একপুৰী। দ্বাৰকা সম্বন্ধে শাস্ত্ৰৰ মত এই—যে শ্ৰীকৃষ্ণে কংসক বধ কৰাৰ পাছে, কংসৰ শ্বশুৰ মগধৰাজ জৰাসন্ধ অত্যন্ত ৰাগান্বিত হৈ, কেইবাৰাৰো উপৰাউপৰিকৈ মথুৰাপুৰী আক্ৰমণ কৰাত শ্ৰীকৃষ্ণে অকাৰণে কিছুমান প্ৰাণীহত্যা এৰাবৰ ভয়ত যুদ্ধ নকৰি গৰুড়ৰ পচন্দ মতে পশ্চিম সমুদ্ৰৰ পাৰত এই পুৰী নিৰ্ম্মাণ কৰিবলৈ বিশ্বকৰ্ম্মাক আদেশ কৰে। বিশ্বকৰ্ম্মায় এই বৈকুণ্ঠৰ সমান দ্বাৰকাপুৰী সাজি দিয়াত শ্ৰীকৃষ্ণে যদুবংশসকলক লৈ এই পুৰীত ৈগ বাস কৰিলে, আৰু তেতিয়াৰ পৰা এই ঠাইতে তেওঁৰ নাম "ৰণছোৰজি" (অৰ্থাৎ যোনে ৰণ এৰি আহিল) বুলি খ্যাত হল। মন্দিৰৰ আগতে গোমতী নদী আহি মহাসমুদ্ৰত পৰিছে, আৰু সেই ঠাইত এটা কুণ্ড আছে, আৰু সেই কুণ্ডটিক "গোমতী কুণ্ড" বা "চক্ৰ তীৰ্থ" বোলে। শ্ৰীকৃষ্ণ ভগবান আদিক দৰ্শন কৰিব লাগিলে প্ৰথমে এই কুণ্ডত স্নান কৰিব লাগে; কুণ্ডত স্নান কৰিবৰ আগে বৰোদা ৰাজ কৰ্ম্মচাৰীৰ ঠাইত ১৵০ অনাকৈ কৰ দি হাতত চন্দনৰ চাব লগা লাগে। তাৰ পাছে স্নান কৰি ভগবানৰ "ত্ৰিলোক সুন্দৰ মন্দিৰ"ৰ ভিতৰত গৈ দ্বাৰকানাথ চতুৰ্ভুজ ভগবানক

দৰ্শন ও পূজা আদি কৰিব লাগে। এই সময় মন্দিৰৰ ভিতৰত গৈ আকৌ ॥৬ পাইকৈ ভগবান দৰ্শনৰ কৰ দিব লাগে। ভাগবতত লিখিত আছে যে ভগবান শ্ৰীকৃষ্ণে দ্বাৰকা পুৰী এৰিলে, সমুদ্ৰে সমুদায় দ্বাৰকাকে গ্ৰাস কৰিছিল, কিন্তু পাণ্ডাবিলাকে কয় যে ভগবানৰ এই "ত্ৰিলোক সুন্দৰ" মন্দিৰটীত বাজে আন সকলোকে সমুদ্ৰে তল কৰিছে। দ্বাৰকাপুৰী অতি সুন্দৰ, ইয়াত দেখিব লগীয়া ঠাই গোমতী মায়া (একেবাৰে সমুদ্ৰৰ পানীৰ মাজতে সুন্দৰ মঠৰ তলত আছে। শ্ৰীশ্ৰীসঙ্গমনাৰায়ণজি, দত্তাত্ৰেয়ৰ আসন, কুশেশ্বৰ মহাদেৱ, মহামায়া, কুলেশ্বৰ মহাদেৱ, জাম্বুবানজি, পুৰুষোত্তমজি, বলদেৱজি, বেণীমাধৱ, শঙ্কৰাচাৰ্য্যৰ সাৰদা মঠ, সত্যভমাদেৱী, জগন্মাতা, লক্ষ্মীনাৰায়ণ, নাৰায়ণ সৰোবৰ ৰুক্মিণীদেৱীৰ পুৰণা মন্দিৰ, হৰি কুণ্ড, জ্ঞানকুণ্ড, সূৰ্য্যনাৰায়ণ মন্দিৰ, আৰু অন্যান্য বহু মন্দিৰ আৰু কুণ্ড আছে। এই বিলাক দৰ্শন কৰি, গধুলি মন্দিৰৰ আগৰ শিলত বহি, সমুদ্ৰৰ নানা ৰঙৰ নানাৰকম মাছ দেখিলো। সাগৰৰ পানীত যে কত ৰকমৰ আশ্চৰ্য্য ২ জীৱ আছে, সেইবিলাক দেখি অবাক হব লাগে। দেখাত সেইবিলাক জীৱ বুলি বোধেই নহয়, কিন্তু ভালকৈ চালে তাতো জীৱ আছে। দ্বাৰকাত বেহাৰৰ তেলত বাদে আন সকলো বস্তু দোকানত পোৱা যায়, কিন্তু দালি সিদ্ধ নহয়। আগতে আমাৰ লেখা উচিত আছিল, যে প্ৰায় প্ৰত্যেক ঠাইতে সেৰ আৰু মোনৰ ওজন

পৃথক ২। এই ওজনৰ ফেৰত পৰি কেইবা ঠাইতো আমি আধাপেট ভাত খাইছো। ২০ তোলাৰ পৰা ১২৫ তোলালৈ সেৰ আৰু /২০ সেৰৰপৰা /১২০ সেৰলৈ মোন পাইছো এতেকে বস্তু-বাহানি কিনিবৰ আগে, তাত কেই তলীয়া সেৰ প্ৰচলিত এই কথাটো সুধিহে বস্তু কিনিব লাগে। জাৰ একেবাৰে নাই; আঘণৰ ৭।৮ তাৰিখে ৰাত্তি আমি একোখন কাপোৰ উৰি ৰাতি পৰম সুখে কাতাইছো। গোপীতালাও নামে তীৰ্থ এই দ্বাৰকাপুৰীৰপৰা ১৫ মাইল দূৰত আছে, মৰুভূমিৰ মাজেৰে যাব লাগে। দুখন ঘোৰাৰ গাড়ি কেৰেয়া কৰি তালৈ গৈছিলো। তালাও অৰ্থ পুখুৰী, শ্ৰীকৃষ্ণৰ বিচ্ছেদত বৃন্দাবনৰ ১৬,০০০ গোপী এই তীৰ্থত প্ৰাণ ত্যাগ কৰিছিল বাবে ইয়াৰ নাম গোপীতালাও হৈছে। বাটত যোৱাত দ্বাদশ জ্যোতিৰ্লিঙ্গৰ অন্য তমলিঙ্গ "নাগেশ্বৰ" মহাদেৱক পোৱা যায়। তাত ডুইকুনমান পাণ্ডা এটি সৰু পুখুৰী আৰু বহু কা ৰ পুৰণা মঠ আছে, তাতে মাৰ্জ্জন স্নান কৰি দৰ্শন কৰি গলো। গোপীতালাওত ৰাতিয়ে গৈ স্নান কৰি ধৰ্ম্ম শালাত থাকিলো। পুখুৰীটো ডাঙৰ, আৰু মাটীবিলাক বগা চন্দনৰ নিছিনা বৰ মিহি আৰু গোন্ধালে অতি সামান্য ৰকম এটা সুগন্ধও অনুভব হয়; এইবিলাক মাটীৰ গুলি বনাই দোকানত বিক্ৰি কৰে, আৰু ইয়াৰে নাম গোপী চন্দন। গুলি বনাই দোমায় থোৱা আমি চকুৰে দেখি আহিছো। ইয়াতো পাণ্ডা আছে আৰু দোকানত খোৱাৰ বস্তু কিনিবলৈ

পোৱা যায়। বিদাচৰ এৰিবৰ পৰা আজি সিদ্ধ হোৱা মুগৰ ডালি খায় মনত বৰ আনন্দ পালো। লোণা পানীত কোনো ডালিয়েই নিসিজে, বিদাচৰ এৰিবৰ পৰা ডালিৰ উৰকাৰী অৰ্থ ডালি চেকা পানীহে খায় আহিছো, কিন্তু ভোক আৰু ঘিৰ গুণত তাৰে পেট ভৰাই ভাত খায়ছো। যাবৰ দিনাই ৰাতি ৪টা বজাতে আকৌ দ্বাৰকালৈ ফিৰি আহি ৫৸৶৬ পাইৰ টিকট কৰি ৯ শ্ৰাবণ পুৱাই প্ৰভাসলৈ যাত্ৰা কৰিলো; ষ্টেচনৰ নাম ভেৰাভাল। ভেৰাভাল এখন প্ৰভাসৰ কাষতে ডাঙৰ চহৰ আৰু মুচলমান নবাবৰ ৰাজধানী।

---

## ১৮। প্ৰভাস

জুনাগড়ৰ নবাবৰ ৰাজ্যৰ ভিতৰত এই প্ৰভাস-তীৰ্থ আছে। ভেৰাভাল ষ্টেচনৰ পৰা তীৰ্থলৈ ২ মাইল দূৰ হব। ঘোৰাৰ গাড়ি আৰু ট্ৰ্যাম আছে, আমি এখন ঘোৰাৰ গাড়ি কেৰায়া কৰি গৈ এটি ধৰ্ম্মশালাত বাহঁা ললো। এই ধৰ্ম্মশালাৰ মেনেজাৰ এজন বুঢ়া বামুণ, এওঁ অতি ভদ্ৰ। প্ৰভাসৰ সোমনাথ মহাদেব দ্বাদশ জ্যোতিৰ্লিঙ্গৰ ভিতৰৰ এজন। ভগবান সোমে অৰ্থাৎ চন্দ্ৰদেৱে দক্ষ প্ৰজাপতিৰ ২৭ জনী কন্যাক বিবাহ কৰাই, ৰোহিণীক অন্য সকলতকৈ বেছি স্নেহ কৰাত, কন্যাসকলে দক্ষ প্ৰজাপতিত গোচৰ দিলে।

আমাক নোসোধে পিতৃ তোমাৰ জোৱাঁই ।
দিনে ৰাত্রি থাকে মাত্র ৰোহিণীৰ ঠাই ॥
হোক খেস ৰোগ বুলি দক্ষে দিলা সাপ ।
মিলিলা চন্দ্রত স্ত্রীসকলৰ পাপ ॥ (একাদশস্কন্ধ ভাগৱত)

প্রজাপতিয়ে ক্রোধান্ধ হৈ খেস্ ৰোগ হক বুলি চন্দ্রক সাপ দিলে. সেই সাপত চন্দ্রৰ খেস্ (ক্ষয় বা যক্ষ্মাৰোগ) ৰোগ হোৱাত, পিতামহ ব্রহ্মাৰ আদেশ মতে এই প্রভাস তীর্থলৈ গৈ স্নান ও মহা কঠোৰ তপস্যা কৰি মহাদেৱক আৰাধনা কৰাত শিবৰ বৰত সাপমুক্ত হৈ নীৰোগ হৈছিল। এই শিবলিঙ্গ সোমদেৱৰ দ্বাৰা পূজিত হোৱাত তেওঁৰ নাম সোমনাথ হৈছে। এই লিঙ্গকে আকৌ দ্বাপৰ যুগত শ্রীকৃষ্ণেও পূজা কৰিছিল, সেই নিমিত্তে তেওঁক শ্রীকামেশ্বৰ সোমনাথও বোলে। এই সোমনাথৰ মন্দিৰ এদিন জগদ্বিখ্যাত অসংখ্য ধন-ৰত্নৰ ভণ্ডাৰ আছিল। এই কথা গজনিৰ চুলতান মামুদে শুনি, অত্যন্ত লোভ পৰবশহৈ বহু সৈন্য লগত লৈ ১০২৪ খ্রীষ্টাব্দত আহি মণ্ডিৰ ও শিবলিঙ্গ ভাঙ্গি অসংখ্য ব্রাহ্মণ পাণ্ডা ও হিন্দুৰ প্রাণ বধ কৰি, বিপুল ধন ৰত্ন লুটি লৈ গৈছে। ৭০০ শত সোণাৰ ঘণ্টা, এডাল ৩॥০ তিনি মোন কুড়ি সেৰ সোণাৰ শিকলিত গাঁঠা আছিল, আৰতিৰ সময়ত এইবোৰ ঘণ্টা বজায়, পাণ্ডাসকলে আৰতি কৰিছিল। সেইবোৰ আৰু সোমনাথৰ মন্দিৰৰ বিখ্যাত চন্দন কাঠৰ দৰ্জ্জা জোড়া আৰু অন্যান্য বহু ধনবস্তু, আৰু

লিঙ্গ মূৰ্ত্তি ভাঙ্গি তাৰ ভিতৰৰপৰা কোটিমান টকা মূল্যৰ দুৰ্লভ মণিৰত্নবোৰ লৈ গৈছে। সেই যুদ্ধত যিমান মুছলমান সৈন্য মৰিছিল, তাক মন্দিৰৰ ওচৰতে কবৰ দিছে, তাৰ ভিতৰত কিছুমান সাগৰে খহাই নিছে, কিন্তু খহি যাই থৈ আজিও প্ৰায় ৩০০০ হাজাৰ মান কবৰ প্ৰভাসৰ চাৰিও ফালে আমি দেখি আহিছো। সেই সোমনাথৰ মন্দিৰৰ ভগ্নাবশেষ আধাখানী, এই ঘটনাৰ সাক্ষী দিবলৈ আজিও প্ৰভাস-তীৰ্থত কলঙ্কৰ মালা গলত লৈ নীৰবে ঠিয় হৈ আছে। মন্দিৰত সোমাই লিঙ্গ মূৰ্ত্তি খাণ্ডি তুলি নিয়া গৰ্ত্ত আজিও বৰ্ত্তমান দেখি আৰু দৰ্জ্জা খহাই নিয়া চিনবোৰ দেখি, ইতিহাসৰ কথা মনত পৰি বুক ফাটি যোৱা যেন লাগিল, চকুৰ পানী ওলাল, শোকে দুঃখে গা কপিবলৈ ধৰিলে আৰু ভেতিয়াই তাতে বহি পৰিলো।

হিন্দু ৰজা মহাৰজাসকলে আকৌ সেই ঠাইৰ ওচৰতে নতুন মন্দিৰ তৈয়াৰ কৰি সোমনাথ শিব স্থাপন কৰিছে। এই প্ৰভাস তীৰ্থৰ যি ঠাইত যদু বংশ ধ্বংস হৈছিল, সেই ঠাইত সৰস্বতী, হিৰণ্যা, আৰু কপিলা, এই তিনি নদী ব্যক্ত ভাবে আৰু প্ৰজনীও লকুমতি গুপ্তভাবে, এই ৫টা পবিত্ৰ নদী আহি এই ঠাইতে সাগৰ সঙ্গম লাভ কৰিছে। এই ঠাইত স্নান, তৰ্পণ, পিণ্ড দান, প্ৰায়শ্চিত্ত, ভূজ্যোৎসৰ্গ আদি কাৰ্য্য কৰিব লাগে। এই ঠাইৰ ওচৰতে ব্ৰহ্মতীৰ্থ, বলোদেৱৰ দেহ ৰক্ষাৰ ঠাই আছে; এইবিলাকত স্নান ও দৰ্শন আদি কৰিব লাগে। যদু বংশ ধ্বংসৰ পাছত শ্ৰীকৃষ্ণ গৈ যি অশ্বত্থ গছৰ

তলত বহি থাকোতে, ব্যাধে কৃষ্ণসাৰ বুলি শৰ প্ৰহাৰ কৰাত মৰ্ত্ত্যধাম এৰি বৈকুণ্ঠলৈ গমন কৰিছে, সেইবিলাক ঠাই দৰ্শন কৰিব লাগে। এতিয়াও এডালি পুৰণা আহঁত গছৰ তলত ভৰিৰ পৰা তেজ ওলোৱা সুন্দৰ এটী কষতি পাঠৰৰ কৃষ্ণ মূৰ্ত্তি গছত আওজি বহি আছে। শৰ প্ৰহাৰ কৰাৰ পাছে প্ৰভুই যি ঠাইত তেজ ধুইছিল, সেই কুণ্ডটীক পদম কুণ্ড বোলে; সেই কুণ্ডত শ্ৰীকৃষ্ণ, লক্ষ্মী দেবী, কাম-ধেনু আৰু কালব্যাধৰ মূৰ্ত্তি আছে। ব্যাধে শৰ প্ৰহাৰ কৰা ঠাইত সাগৰৰ পানীৰ মাজত, মুকলি ঠাইত বাণেশ্বৰ শিব আছে, এই বিলাক দৰ্শন কৰা হল। এই বিলাকত বাজেও ইয়াত শশিভূষণ মহাদেব, দৈত্যসূদন, শ্ৰীকৃষ্ণ মূৰ্ত্তি, সোম-নাথ, ভগ্ন সূৰ্য্য মন্দিৰ কপৰ্দ্দি বিনায়ক প্ৰভৃতি আৰু অন্যান্য বহু তীৰ্থ আছে, সেই সকলো বিলাক যথাসাধ্য দৰ্শন আদি কৰি ১০ আঘণ তাৰিখে বেলা ৬ টা বাজাত প্ৰত্যেকে ৸৶০ আনাকৈ টিকেট কৰি ভেৰাভলৰ পৰা আকৌ জুনাগড়লৈ ৰওয়ানা কৰিলো; প্ৰভাসতো জাৰ নাই, খোৱা বস্তু বেহাৰৰ তেলত বাজে সকলকে পোৱা যায়, ডালি নিসিজে ইয়াতো পাওাৰ একো উৎপাত নাই।

## ১৯। গিৰ্ণাৰ বা ৰৈবতক পৰ্ব্বত

জুনাগড়ৰ ধৰ্ম্মশালাত আহি থাকি ১১ আঘণ পুৱাই উঠি ঘোৰাৰ গাড়ীৰে গিৰ্ণাৰ পৰ্ব্বতলৈ গলো। ধৰ্ম্মশালাৰ

পৰা পৰ্ব্বত প্ৰায় ৮।৯ মাইল মান দূৰ হব। পাণ্ডা এজন লগত লৈ প্ৰথমে গৈ দামোদৰ গঙ্গাত স্নান কৰি ভৰ্ত্তৃ-হৰিৰ তপস্যাৰ স্থান পালোগৈ। এই পৰ্ব্বত বৰ ডাঙ্গৰ, দীঘল আৰু ভয়ানক উচা, ইয়াত কেৱল বনৰীয়া আতৈফল বা আতলছৰ গছ, আৰু সেউলী ফুলৰ গছে আগা গোৰা ভৰা, আৰু আন গছ প্ৰায় নাই বুলিলেও হয়। ইমান ঠিয় পৰ্ব্বতত আমাৰ জীৱনত আমি কেতিয়াও উঠা নাই। ইয়াৰ খটখটিখনত আগে ১২,০০০ থাক আছিল, আৰু দত্তাত্ৰেয় মুনিৰ পাদপদ্ম পৰ্য্যন্ত পহুছাত যাত্ৰী বিলাকৰ তিন দিন লাগিছিল। তাৰ সাক্ষীস্বৰূপে বাটত যাত্ৰী বিলাক থাকি থকা ২টা চিৰস্থায়ী আড্ডা বা শিলৰ ঘৰ পাই গলো। ওচৰতে নিজৰাৰ পানীও আছে। এতিয়া ৰজা মহাৰজা বিলাকে আৰু হিন্দু ৰাইজে গোট খাই চাঁদা তুলি বহু হাজাৰ টকা খৰছ কৰি খট্ খটি খনৰ থাক বিলাক আগতকৈ ডাঙ্গৰ আৰু যিমান পাৰে ভালকৈ বন্ধাইছে। এতিয়া ১০,০০০ থাক উঠাৰ লাগে বুলি কয়। যি বিলাক দুৰ্ব্বল বা বুঢ়া মানুহ তাত উঠিব নোৱাৰে, তেওঁবিলাকৰ নিমিত্তে পৰ্ব্বতৰ গৰতে ২০।২৫ জোড়ামান দোলাৰৈ দুলীয়া মানুহ সাজু হৈ বহি আছে। দোলা মানে বেমাৰী বা মৰামানুহ নৈ নিয়া বাঁহৰ সাঙ্গি। ৩/ তিনি মোণৰ কম ওজনৰ মানু-হক ৬৷৶০ অনাত আৰু তাতকৈ বেছি ওজনৰ হলে ১০৶ অনা ভাড়া লৈ একেৱাৰে দত্তাত্ৰেয় মুনিৰ পাদপদ্ম পৰ্য্যন্ত

বৈ নি আকৌ সেই ঠাইত আনি সুমাই দি, পয়ছা হলে যে মানুহে কি অসাধ্য সাধন কৰিব পাৰে, তাৰে পৰিচয় দিয়ে। ইয়াতে কোৱা আৱশ্যক যে মোণ বোধ হয় /৪০ সেৰী নহয়। আমাৰ আগতে ৮ জন বুঢ়া বুঢ়ীক দোলাত তুলি লৈ গৈছিল। প্ৰথম ভৰ্ত্তৃহৰি ও গোপীনাথৰ মন্দিৰ, দ্বিতীয় ৰামচন্দ্ৰৰ মন্দিৰ, তৃতীয় গোমুখী গঙ্গা, চতুৰ্থ জৈনবিলাকৰ মন্দিৰ, এই মন্দিৰ বিলাক মাৰ্বেল পাঠৰৰ নিচিনা পালিচ. দেখিবলৈ অতি চমৎকাৰ। ইয়াতে জলপান খাবলৈ কাবুলি মেওৱা আৰু অন্যান্য মিঠাইৰ আৰু ডালি চাউল আদিৰ এখন দোকান আছে। ভাল পানী পোৱা যায় আৰু এটা ধৰ্ম্ম শালাও আছে। এই খিনি গৈ পালে, যাত্ৰী বিলাকে অন্ততঃ এটা উথাহ পায়, আৰু তাতে বহি ভালকৈ এটা জিৰণি লয়। তাৰ পৰা বহুদূৰ উঠি আকৌ ৺অম্বাদেবীৰ মন্দিৰ পায়, এই মন্দিৰো খুব ডাঙৰ। তাৰ পৰা ওচৰৰ চাৰিও ফালে বহু দূৰলৈ দেখা যায়। তাৰ পৰা আকৌ পোৱা মাইল মান তললৈ নুমি গৈ আকৌ এটা উচ্চ, একেবাৰে কল দিলৰ নিচিনা ঠিয় শৃঙ্গৰ ওপৰত ভগবান দত্তাত্ৰেয় মুনিৰ পাদপদ্ম আছে। ইয়াত উঠা ভয়ঙ্কৰ কঠিন; ওপৰত গৈ বাট' টো বৰ ঠেক, কোনোমতে এটা মানুহ অতি সাৱধানেহে যাব পাৰি। আমি হাতে ভৰি বুলি ঠিক বান্দৰৰ নিচিনা উঠিছিলো। ওপৰত গৈ কেৱল ৪।৫ জন মান মানুহ অতি কষ্টেহে ঠিয় দিব পাৰি। ইয়াত উঠিলে অন্যান্য সকলো

পর্ব্বত বোৰ বহুত তলত পৰি যায়. আৰু যিমান দূৰলৈ চকুৰ দৃষ্টি শক্তিয়ে ঢুকি পায় সিমান দূৰলৈ কেৱল পর্ব্বত জঙ্গল, আৰু মুকলি পথাৰ বোৰ দেখা যায়। ইয়াৰ ৪০ ক্রোশ উত্তৰে পর্ব্বত আৰু জঙ্গলত বোলে সিংহ আছে আৰু মাজে ২ চাহেব বিলাকে শীকাৰ কৰিবলৈ গৈ ২।৪ টা মাৰে। ইয়াত পৰে বোলে ভাৰতবর্ষৰ আৰ কোনো ঠাইত সিংহ নাই। আমি পুৱা ৭॥ টা বজাত উঠিবলৈ আৰম্ভ কৰিছিলো, আৰু কতো নিজিবোৱাকৈ প্রাণপণ কৰি যায় ১২॥ টা বজাত ইয়াৰ উচ্চতম শৃঙ্গত উঠি হিমালয়ৰ ধৱল গিৰি আদিত উঠা বুলি ভাবিছিলো আৰু সেইদিনাখন জীৱনৰ ভিতৰত এটা নতুন অসাধ্য সাধন কৰা যেন পাইছিলো। এই বিলাক দর্শন আদি কৰি নুমি আহি বাঁহালৈ যায় খোৱা লোৱা কৰাত গধূলি হল। ইয়াত পাণ্ডা ধৰাৰ কোনো আৱশ্যক নাই। এই চহৰত কেৱল এঘৰ মাথোন পাণ্ডা আছে, তেওঁ বৰ ধনি, আৰু যাত্রীৰ ওপৰত বৰ ভাল ব্যৱহাৰ নকৰে, আমি তেওঁৰ ব্যৱহাৰ বৰ বেয়া পাইছো। ১২ আষোণ পুৱাই উঠি চহৰখন ভালকৈ চালো, নগৰ অতি সুন্দৰ, নবাবৰ ৰাজধানী, ইয়াত শুক্রবাৰে বন্ধ দি ৰবিবাৰেও কাচাৰি কৰে। সেই দিনাই প্রত্যেকে ৩৮৵০ অনাকৈ টিকেট কৰি আহমদাবাদলৈ ৰাওয়ানা কৰিলো, বাটত আকৌ ৵০ আনা কৈ অতিৰিক্ত ফিজ লাগিল। ১৩ আষোণ ৯ বজাত গৈ আহমদাবাদ পায় ধর্ম্ম শালাত খোৱা লোৱা কৰি

নগৰ খন চালো, চহৰ অতি প্ৰকাণ্ড ও বহু কল কাৰখানা আছে। সেইদিনা ভাতি বেলাই আমি প্ৰত্যেকে ৪॥৬ পাই কৈ উজ্জয়িনীলৈ টিকেট কৰি ৰওয়ানা কৰি, বাটত "গুডবা" ষ্টেচনত মুকলতে ৰাতি থাকিলো, কিন্তু হিম বা জাৰ একো নাই, বৰ বেছি কষ্ট নাপালো। খুব পুৱাই উঠি দৌৰা দৌৰি কৈ খায় ৮॥টা বজাত আকৌ গাড়ীত উঠিলো। বাটত কেৱল অৰণ্যৰ পাছত অৰণ্য, মানুহৰ সমাগম নাই। মাজে মাজে বগাশিল, আৰু শিল ভৰা শুকান নদী, মাজে ২ কদাচিত দুই একঘৰ জঙ্গলী মানুহ, আৰু গৰুৰ পাল দেখা যায়। পানী দেখিবলৈ নাই, এটা পৰ্ব্বতৰ সুৰঙ্গ (tunnel) পাৰ হলো। ৰাতি গৈ উজ্জয়িনী পাই গোৱালিয়ৰৰ মহাৰাণীৰ নিজৰ ধৰ্ম্ম শালাত থাকিলো। এই ধৰ্ম্মশালাটো বৰ ধুনীয়া আৰু অতি পৰিষ্কাৰ, ৰাজপুৰীৰ নিচিনা, ইয়াত যোনে খাব খোজে সি তিনদিনৰ খোৰাক পায়, ৰুটি ডালি আদি খাবলৈ দিয়ে. এইটো মহাৰাণীৰ নিজৰ খৰছ। আমি সেই খোৰাক খোৱা নাই।

---

## ২০। উজ্জয়িনী বা অবন্তিনগৰী।

উজ্জয়িনী বা অবন্তি নগৰী গোৱালীয়ৰ মহাৰাজৰ ৰাজ্যৰ ভিতৰত। এই পুৰী ওপৰৰ শ্লোকত লেখা সপ্ত মোক্ষদায়িণী পুৰীৰ ভিতৰৰ এখনী পুৰী। উজ্জয়িনী পাইয়ে. ৰজা বিক্ৰমাদিত্যৰ, নবৰত্ন সভাৰ, মহাকবি কালিদাসৰ, বত্ৰিশ

সিংহাসনৰ আৰু ছিপ্ৰা নদীৰ কথা মনত পৰিল। সেই বিলাক এই নগৰতে আছিল, কিন্তু কোনখিনি ঠাইত আছিল? আজি বা কলৈ গল? কালিদাসৰ মেঘদূতত বৰ্ণনা কৰা সেই প্ৰিয় ছিপ্ৰা নদী বা আজি কেনে ভাবে আছে? হায়, হায়, সেই ছিপ্ৰা নদী যদি আজি মাতি কথা কব পাৰিলে হেঁতেন্তে আমাক কত বা অতীত কাহিনী শুনালেহেঁতেন! হা ভগবান! তুমি এই নদী আৰু পৰ্ব্বত বিলাকক ভাষা নেদি কিয় এনেকৈ চিৰ কাললৈ মুখ বন্ধ কৰি থৈছা? এই বিলাক ভাবি উজ্জয়িনী চাবলৈ মন একেবাৰে বলিয়া হৈ পৰিল। ধৰ্ম্মশালাৰ পৰা ছিপ্ৰা নদী ও দেৱালয় বিলাক প্ৰায় ২॥ মইল মান দূৰ হব। নগৰ খানী বৰ ধুনীয়া; বহু পুৰণা কালৰ পৰা এই পুৰীত মহাকাল ভৈৰব শিৱলিঙ্গ আছে, এওঁৰ নামানুসাৰে এই পুৰীক "মহাকাল পুৰী" ও বোলে।

ফিৰিকাদিনা পুৱাই উঠি ছিপ্ৰা নদীলৈ গৈ স্নান ও ভুজ্যোৎসৰ্গ কৰি নিজক নিজে ধন্য বোধ কৰিলো। ছিপ্ৰা নদীৰ ঘাট বিলাক যে কিমান বহল আৰু মজবুতকৈ কত কাল আগে শিলেৰে বন্ধোৱা তাক দেখি অবাক হব লাগে। আৰু তাৰ দুই পাৰে অতি প্ৰাচীন দেৱালয়বিলাক দেখিলে কাশীৰ নিচিনা এই পুৰী খনীও যে বহু পুৰণা, এই কথা আপোনা আপুনি মনত উদয় হয়। সেই ছিপ্ৰাৰ পাৰত থকা মহা কাল শিব, অবন্তি দেবী, লম্বকৰ্ণ ভৈৰব, অগস্টেশ্বৰ, আৰু কোটীশ্বৰ মহাদেৱক দৰ্শন কৰা হ'ল। এই বিলাকৰ ভিতৰত মহাকাল ভৈৰব জ্যোতিৰ্লিঙ্গ,

মাটীৰ তলত গহ্বৰৰ ভিতৰত আছে। নামো যেনে, দৃশ্যও তেনে! মহা অন্ধকাৰত অখণ্ড ঘৃত প্ৰদীপৰ সাহায্যত কোনো মতে দেখা যায়। ঠাই ভোখৰ বৰ গহীন গম্ভীৰ, আৰু কিবা কাৰণে মনত বৰ ভয় লাগে। এওঁৰ গাত বোলে নিতৌ তিনিবাৰকৈ শ্মশানৰ ভস্ম লেপন কৰি পূজা কৰিব লাগে। বিল্বপত্ৰৰ বিশেষত্ব ইয়াত একেবাৰে নাই, তুলসীৰেও পূজা হয়; শিবক তুলসীৰে পূজা কৰা কথা প্ৰথম ইয়াতেই শুনিলো। হৰসিদ্ধা দেবীৰ ঠাইত বোলে মহাৰাজ বিক্ৰমাদিত্যে ১২ টা নৰ বলি দিছিল; আজিকালিও গোৱালীয়ৰৰ মহাৰাজে বছৰৰ ভিতৰত এবাৰ আহি চুৰিৰে নিজৰ হাত ফালি ৰক্ত উলিয়াই, সেই ৰক্তকে নৰবলি স্বৰূপে দি, দেবীৰ পূজা কৰে। ইয়াত বাজে কেদাৰেশ্বৰ, হৰ্ষদ্বীপ, আৰু ভয়ঙ্কৰী কালী-মূৰ্ত্তি আছে। বিক্ৰমাদিত্য মহাৰাজৰ সিংহদ্বাৰৰ সম্মুখৰ ফালৰ শিলৰ দেওৱাল খন, এতিয়াও ঠিয় হৈ আছে। আঃ কি যে মজপুত! আৰু তাত কিমান যে কাৰুকাৰ্য্য আছে! দেখিলে স্বাভাৱিকেই ই মহাৰাজ বিক্ৰমাদিত্যৰহে কীৰ্ত্তি বুলি বোধ হয়। যোগসিদ্ধ পৰ্ব্বত নামে ঠাইত বত্ৰিশ সিংহাসন আছিল বুলি কয়। সিংহদ্বাৰৰ ওচৰতে "ৰুদ্ৰসাগৰ" নামে এটা বৰ ভয়ঙ্কৰ পুখুৰী আছে, তাৰ চাৰিও পাৰ আৰু ঘাট বিলাক বৰ মজপুতকৈ শিলেৰে বন্ধোৱা। ইয়াৰ ওচৰতে এটা বৰ ডাঙৰ অতি সুন্দৰ সুঠাম গণেশৰ মূৰ্ত্তি আছে; ইয়াৰ আগে আমি ইমান ডাঙৰ গণেশ মূৰ্ত্তি আৰু কতো

দেখা নাই। এই বিলাক দৰ্শন কৰি আহি খাই বৈ উঠি ভাটিবেলিকা আকৌ ঘোৰাৰ গাড়ী কেৰেয়াকৈ সন্দীপানী মুনিৰ আশ্ৰম চাবলৈ গলো। ইয়াতে ভগবান শ্ৰীকৃষ্ণ, বলোৰাম, আৰু সুদামায়, সন্দীপানী গুৰুৰ ঠাইত বিদ্যা শিক্ষা কৰিছিল। ইয়াৰ ওচৰতে সিদ্ধবট আছে, ইয়াতে ছিপ্ৰানদীত নানা ৰকম মাছ দেখিলো। মহাকালী দেৱীৰ মন্দিৰ ইয়াতে আছে, য'ত বিক্ৰমাদিত্য মহাৰাজে সাধনা কৰি সিদ্ধ হৈছিল। ইয়াৰ ওচৰতে এডোখৰ নিৰ্জ্জন ঠাইত নদীৰ পাৰত মাটীৰ তলত ভৰ্তৃহৰি গুহা আছে। প্ৰথমে এটা শিলৰ ঘৰত সোমাই এটা শিলৰ সুৰঙ্গ দেখিলো। এটা লৰাই, এটা চাকি হাতত লৈ, সি আগহে তাৰ পাছত আমাৰ দুইজনক যাবলৈ কলে। বৰ ভয়ঙ্কৰ অন্ধকাৰ, এটা মাটীৰ তলত শিলেৰে বন্ধোৱা গাঁতত সোমাই গৈ দেখিলো যে ভৰ্তৃহৰিৰ যোগ কৰা আসনখন, আৰু এটা ধূনি (এতিয়াও জুই আছে *) আছে। সেই ঠাইত দুই তিনিজন মাথোন মানুহ ঠিয় হব পাৰি, ঘোৰ অন্ধকাৰ চাকি নহলে দিনতে একো দেখা নাযায়, বাহিৰৰ পৃথিবীৰ লগত তাৰ একো সম্বন্ধ নাই। এই বিলাক দেখি বাঁহালৈ আহি পাণ্ডা বিদায় দি ১১ টা বজাত "মৰটকা" ষ্টেচনলৈ প্ৰত্যেকে ১৷৶ পাইৰ টিকেট কৰি ৰ'ওয়ানা কৰিলো। উজ্জয়িনীত কানাইয়ালাল খাওৱানজি

* এই জুই আগৰ দিনৰ নহয় কোনোবাই জলাই থাবে।

জনার্দ্দন দিক্ষীত নামে পাণ্ডা ধৰিছিলো, পুৱা ৬ টা বজাত গৈ মৰটক্কা ষ্টেচন পাই ধৰ্ম্মশালাত থাকিলো।

---

## ২১। ওঁঙ্কাৰজি

বম্বে প্রদেশত খাণ্ডোৱা জিলাৰ ভিতৰত নৰ্ম্মদানদীৰ পাৰত ভীল ৰজাৰ ৰাজ্যৰ ভিতৰত এখন ডাঙ্গৰ উচা পৰ্ব্বতৰ গাত এই ওঁঙ্কাৰনাথ শিব আছে। এওঁ দ্বাদশ জ্যোতির্লিঙ্গৰ ভিতৰৰ এজন। মৰটক্কা ষ্টেচনৰপৰা ৭ মাইল দূৰ, মোটৰ বা ঘোৰাৰ গাড়ীৰেষাব লাগে। আমি ষ্টেচন পাই অন্যান্য বস্তু ধৰ্ম্মশালাৰ এক কোঠাত নিজৰ তালা বন্ধ কৰি থৈ এখন মোটৰ ভাড়া কৰি ৰাওনা কৰিলো। বাটত অসংখ্য পহুৰ পাল আৰু নানা জঙ্গল এৰাই গৈ প্রায় ১ ঘণ্টাৰ মুৰত তীৰ্থ পালোগৈ। নৰ্ম্মদাৰ দক্ষিণ পাৰে মুমি প্রত্যেকে /০ আনাকৈ ভাড়া দি সেই দেশী নায়েৰে নদী পাৰ হৈ উত্তৰ পাৰ পহুছিলো। নদীৰ পানী অতি পৰিস্কাৰ আৰু মিঠা, আৰু তাৰ্থৰ ঘাটত অসংখ্য যাত্রী শিলৰ ওপৰত বহি মাছক আধাৰ দিব লাগিছে দেখি আমিও সেই আনন্দত যোগ দিলো। আথৈ, ভাজাবুট, বা ময়দাৰ গুলি বনাই পানীত দিলে ৰৌ, ভকুৱা, শিলঘৰিয়া আৰু আৰিমাছ অসংখ্য আহি, সেই আধাৰবোৰ খাবলৈ ধৰে আৰু পানী নেদেখাকৈ ঢাকি পেলায়। মাছৰ ওপৰতে মাছ, তাৰ ওপৰতে মাছৰ কল্‌মলনি দেখি, আৰু প্রায় মাঁনুহৰ

হাতে হাতে মাছৰ আধাৰ দেখি মনত বৰ আনন্দ লাগিল। কাৰণ ইমানবিলাক ডাঙ্গৰ মাছ একে ঠাইতে জমা হোৱা আমি আমাৰ জীৱনত এই প্ৰথম দেখিলো। তাৰ পাছে পাণ্ডাই আহি নৰ্ম্মদাত স্নান আৰু দেৱতাদি দৰ্শন কৰালে; অতি সুন্দৰ মঠৰ ভিতৰত ওঁঙ্কাৰনাথ শিৱ, সিদ্ধেশ্বৰ শিৱ, আৰু দ্বাৰকেশ্বৰ ভগৱানৰ মূৰ্ত্তি আছে। ওচৰতে ভীল ৰজাৰ তেতালা দালান আছে। এই দেৱালয়ৰ আয়ৰ এক তৃতীয়াংশ ৰজায় নিয়ে, বাকী দুই তৃতীয়াংশ দেৱালয়ত খৰচ হয়। ভীল ৰজাৰ পূবফালে সেই পৰ্ব্বতত অসংখ্য অট্টালিকাৰ ভগ্নাবশেষ আৰু শিলৰ দেওৱালবোৰ খাড়া হৈ আছে, সেই বিলাক মুচুকুন্দ ৰজাৰ কিল্লাৰ ভগ্নাবশেষ বুলি কয়। দেৱা-লয়ৰ আৰু ৰজাৰ ঘৰৰ পূব আৰু পশ্চিমে ভালবিলাক থকা, শিলৰ, ইটাৰ, কাঠৰ নানা ৰকমৰ সৰু সৰু ঘৰ বস্তি আছে। এতিয়া এটা বৰ ডাঙ্গৰ ধুনীয়া ধৰ্ম্মশালা দেৱালয়ৰ ওচৰতে সাজিব ধৰিছে, এইবিলাক দেখি আকৌ পাৰ হৈ আহি দক্ষিণ পাৰে ভাল ধৰ্ম্মশালা এটা, আৰু ব্ৰহ্মাৰ ও বিষ্ণুৰ ডাঙ্গৰ ডাঙ্গৰ ভিন্ ভিন্ ঠাইত মন্দিৰ দুটা দেখিলো আৰু দৰ্শন কৰিলো। ইয়াত বাজেও ৰামসীতাৰ মন্দিৰ, ৰামানুজৰ মঠ, বৌদ্ধস্তূপ, আদি অন্যান্য বহু চাবলগীয়া তীৰ্থ আছে, আৰু খোৱা লোৱা বস্তুৰ দোকান আছে। এইবিলাক চাই মৰটকালৈ আকৌ মোটৰেৰে ফিৰি আহি সেইদিনা ৰাতি তাতে থাকি, ফিৰাদিনা পুৱাই ৬টা বাজাত প্ৰত্যেকে ॥৵০ আনাকৈ টিকেট কৰি

খাণ্ডোৱালৈ যাত্ৰা কৰিলো। ৮টা বাজাত গৈ খাণ্ডোৱা ষ্টেচন পাই, ধৰ্ম্মশালাত থাকি খোৱা লোৱা কৰি চহৰ চালো। ৰাস্তাবিলাক খুব বহল, আৰু বৰ বৰ দোকান আছে, চহৰ বৰ ডাঙ্গৰ, ৰাস্তাৰ চৌমাঠাবিলাক খুব বহল আৰু মাজত খুব ডাঙ্গৰ একোটা ল্যাম্পপোষ্ট আছে। এইবিলাক চাই ৩টা বাজাত প্ৰত্যেকে ৪॥৶০ আনাকৈ টিকেট কিনি মিউনি-সিপাল ট্যাক্স।০ অনাকৈ দি নাছিকলৈ যাত্ৰা কৰিলো।

---

## ২২। নাছিক

(ইয়াৰপৰা মহাভাৰত আৰু ভাগৱত শেষ হৈ ৰামায়ণ আৰম্ভ হল।)

১৮ আঘোন ৫টা বাজাত পুৱাই গৈ নাছিক ষ্টেচন পালো। এই ষ্টেচনৰপৰা নাছিক তীৰ্থলৈ ৬ মাইল দূৰ, মোটৰ ও ঘোৰাৰ গাড়ী পোৱা যায়। আমি মোটৰেৰে গৈ গোদাবৰীৰ পাৰত কপূৰতলাৰ মহাৰাজৰ ধৰ্ম্মশালাত গৈ থাকিলো। এই ঠাইৰ ওচৰতে লক্ষ্মণে শূৰ্পনখাৰ নাক কাটিছিল গতিকে এই তীৰ্থৰ নাম নাছিক হৈছে। আমি নাৰায়ণ গঙ্গাধৰ নামে এজন পাণ্ডা ধৰি প্ৰথমে গোদাবৰী কুণ্ডত স্নান কৰি কপালেশ্বৰ মহাদেৱক দৰ্শন কৰিলো। গোদাবৰী নদীক শিলেৰে বান্ধি, আৰু তাৰ ওপৰেৰে বৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলৰ সাঁকো দি, মানুহ ও গাড়ী অনায়াসে সাঁকোৰ ওপৰেৰে যাব পাৰা কৰি দিছে। গোদাৱৰীৰ শুকান

বালিত দুই দিকেই বাচন আৰু নানা বস্তুৰ ও মিঠাইৰ শাক পাছলিৰ অসংখ্য দোকান আছে। সকলতকৈ বাচনবিলাক বৰ ধুনীয়া। এই ঠাইত বহু ৰকমৰ ফল মূল আৰু শাক পাছলি কিনিবলৈ পোৱা যায়; তাৰ পাছে ৰাম, সীতা ও লক্ষ্মণক দৰ্শন ও অপৰ এঠাইত সীতা গুহাত সোমাই সীতা দেবীক দৰ্শন কৰিলো। শঙ্কৰ মঠ চাবলৈ যাই এজন মহা-যোগীৰ দৰ্শন পালো, তাৰ পাছত পঞ্চবতী বন চাই আহি বাঁহাত খাই দাই অলপমান জিৰণি লৈ, ঘোৰাৰ গাড়ীৰে দণ্ডকাৰণ্য চাবলৈ গলো। ইয়াতে পাঠকসকলে নিশ্চয় আমাক দোষ দি কব যে লিখকৰ মনত অলপো কবিত্বৰ ভাব নাই, নতুবা পঞ্চবতী বনখন এনেকৈ এৰি য়ায়? আমি কিন্তু পাঠকসকলক মিনতিৰে জনাওঁ যে পঞ্চবতী বন বুলি যি ঠাই ডোখৰ আমাক দেখালে, তাত আজিকালি কৰা ৫ ডাল বটৰ গছ মাত্ৰ একেলগে আছে, তাত বাদে আৰু বিশেষ লিখিব লগীয়া কথা আমি একো বিচাৰি নাপালো গতিকে সেই দোষৰ পৰা আমাক মুক্ত দিব। তীৰ্থৰ পৰা তপোবন প্ৰায় ৪ মাইলমান দূৰ হব। ঠাইবিলাক বালি আৰু শিলময়, তাৰ মাজত কেৱল কাটা, কেৱল কাটা। চাৰিও ফালেপৰ্ব্বত মালায় বেড়ি আছে, তাৰ মাজত মানুহৰ বস্তী নাই, কেৱল বান্দৰ আৰু মাজে মাজে পহু দেখা যায়। কিন্তু বান্দৰ বিলাক বৃন্দাবনতকৈ বহুত শান্ত আৰু ডাঙৰ। মই বান্দৰ বিলাকক প্ৰশংসা কৰাত কালী বাবুই কলে যে "বৃন্দাবনৰ

বান্দৰবিলাক যাৰ ভক্ত, সেই প্ৰভু শ্ৰীকৃষ্ণটীনো কেনে আছিল, আৰু এইবিলাক বান্দৰ যাৰ ভক্ত, সেই প্ৰভু শ্ৰীৰামচন্দ্ৰনো কেনে আছিল, এই কথা ভাবি চাৰ; তেতিয়া দেখিব যে এই দুইজনা প্ৰভুৰ ভক্তবিলাকৰ ভিতৰতো, তেওঁলোকৰ নিজৰ নিজৰ প্ৰকৃতিৰ প্ৰভা ফুটি উঠিছে।" কথা আমাৰ শুনি মনত লাগিল আৰু অক্ষৰে অক্ষৰে মিলা যেন পালো।

প্ৰথমতে তপোবনত সোমাই, লক্ষ্মী নাৰায়ণ দৰ্শন কৰি, শূৰ্পনখাৰ নাক কটা ঠাই, মাৰীচক বধকৰা ঠাই, সীতাক ৰাৱণে হৰণ কৰা ঠাই, আৰু সীতা কুণ্ড চালো। এইবিলাকত এটী এটী সৰু মন্দিৰ আৰু ২।৪ জনকৈ পাণ্ডা আছে। গোদাবৰী আৰু কপিলী নদীৰ সঙ্গম স্থলত ঋষি সকলৰ তপস্যা কৰা শিলৰ গুহাবিলাক দেখি অত্যন্ত আনন্দিত হলো আৰু ৰামায়ণৰ সেই ঋষিৰ তপোবনে এই, এই কথা মনত পৰি শৰীৰ ৰোমাঞ্চিত হৈ উঠিল! শিলৰ গুহা ১০টী ভালে আছে, প্ৰত্যেকটিত ৭।৮ জনমান কৈ মানুহ থাকিব পাৰি; বাকী ৫।৬ টী ভাঙ্গি গৈছে, তাৰ চিন মাথোন আছে। ইয়াতে এজনী সেই দেশৰ তিকতাই এখন সৰু আশ্ৰম পাতি বহি আছে; তেওঁ আমাক মাতি নি বহায়, কেইখনমান ঠাই দেখালে, আৰু অনবৰত তুলসীদাসী ৰামায়ণৰ পদ্য মাতি বক্তৃতা আৰম্ভ কৰিলে। আৰু কণে যে বাবু খাটি কথা যদি শুনিব খোজা, আৰু আছল ঠাই যদি চাব চাব খোজা, ভেস্তে মোৰ কথা শুনা। আনবিলাকে মিছ

দেখাব লাগিছে সেইবিলাক আধুনিক, সিহঁতৰ কথা শুশুনিবা, ইত্যাদি কথা কৈ আমাৰ পৰা কিছু আদায় কৰি এৰি দিলে। ধন্য নাছিক বাসিনী ! তেওঁৰ হাতৰ পৰা এৰাই আমি জানো ৰাহু মুক্ত চন্দ্ৰৰ নিচিনা হলো, আকৌ কেনেবাকৈ ধৰেহি বুলি, তাৰ পৰা দৌৰা দৌৰিকৈ আঁতৰ হলো। দণ্ডকাৰণ্যৰ ভিতৰৰ বালি আৰু কাটাত খোজ দিবৰ উপায় নাই। চাৰিও ফালৰ পৰ্ব্বত বিলাকৰ মূৰ্ত্তি অতি কদাকাৰ। পানী পাবলৈ নাই, চাৰিওফালে যিমান দূৰলৈ চকু যায়, কেৱল বালি, শিল, কাটা আৰু সেই কুদৃশ্য পৰ্ব্বত বিলাক, যত কেৱল কেটামান শিলত বাজে মাটী, গছ, গছনি আদি একো নাই, যেন পৰ্ব্বত মৰি তাৰ কেবল শুকান হাড় কেইডাল হে পঠাৰত পৰি পৰি আছে বুলি বোধ হয়। যি ফালে চোৱা যায় সেই ফালে চকুৰ দৃষ্টি শক্তিয়ে দুখ পাই যেন আপুনি ফিৰি ফিৰি আহে। এইবিলাক দেখি, এইয়ে সেই ৰামায়ণৰ দণ্ডকাৰণ্য বুলি সীতা আইলৈ মনত পৰি আমাৰ তিৰুতাসকলে নামত গোৱা তলত লিখা গীতটী যেন আপোনা আপুনি আমাৰ কাণত ধ্বনিত হল।

উপৰে সূৰ্য্যৰ তাপ তলে তপ্ত বালি।
কিমতে চলিবা আই চৰণ কুৱলী॥

গীতটী যেন বাৰ বাৰ কাণত প্ৰতিধ্বনিত হবলৈ ধৰিলে আৰু চকুৰ পানী ওলাই গল; গীতটী অক্ষৰে অক্ষৰে সঁচা।

বাঁহালৈ ফিৰি আহি ৰাতি থাকি, পুনৰ আকৌ গোদাবৰী স্নান ও দেৱতাদি দৰ্শন কৰি ১৯ আঘণ ৯ টা বাজাত মোটৰেৰে ষ্টেচনলৈ আহি প্ৰত্যেক ৩/০ আনাকৈ টিকেট কিনি Calcutta mail train ত (কলিকাতা ডাক গাড়ীত উঠি) বম্বেলৈ যাত্ৰা কৰিলো। বাটত বহু ৰকমৰ কুদৃশ্য পৰ্ব্বত আৰু শুকান নদী ও জঙ্গলৰ প্ৰাকৃতিক দৃশ্য দেখি গলো। ১১।১২ টা মান tunnel (সুৰঙ্গ) পাৰ হলো, তাৰ ভিতৰত এটা খুব দীঘল। পৰ্ব্বতবিলাকত মাটীৰ পৰমাণু এটাও নাই, কোনো গছ গছনি লতা পাতা নাই, কেবল কিছুমান মৰা শিল, তাৰ ওপৰতে আকৌ শিল কোনো কোনোখন দেখিলে যেন অতি ময়লা ছিৰা-কাঠা একোখন কান্ধত লৈ মৰিব লগীয়া দাত সৰা ভোট বা কাবুলীটোহে ঠিয় হৈ আছে! কোনো কোনোখন যেন প্ৰকাণ্ড পাহাৰ এখন মুৰত লৈ, ভয়ঙ্কৰ পেটে সৈতে মুখ মেলি পুতনা ৰাক্ষসী ঠিয় হৈ আছে! বেছি ভাগেই আমাৰ অসমীয়া ভেলাঘৰৰ বা মঠৰ নিচিনা জোঙা হৈ মুকলি আকাশত মুৰ তুলি তুলি বহি আছে।

---

## ২৩। বোম্বাই বা বম্বে চহৰ

বম্বে সোমাবৰ পৰা আমাৰ মনৰ গতি আন ৰকম হল। আমি জানোঁ বিলাত বা আন কোনো সমুদ্ৰৰ কাষৰ য়ুৰোপৰ ডাঙৰ নগৰত সোমালো বুলি বোধ হল। ঘৰৰ নমুনা, বাগিচা, পৰ্ব্বত, সমুদ্ৰৰ ঘূলি, ৰেলৰ জংচন, ষ্টেচনবিলাকত থকা পুল, আৰু সাগৰৰ পানীৰ মাজত নানা ৰকমৰ ঘৰ নাও দেখি অবাক হলো। চহৰৰ ভিতৰতে ২ টা ষ্টেচন এৰাই, তৃতীয় ষ্টেচনত গৈ নামি তুখন ঘোৰাৰ গাৰীৰে গৈ মাধবাগ নামে ঠাইত "মাধদাস" ধৰ্ম্মশালাত ৫৲ টকা মেনেজাৰৰ হাতত জমা দি বাহাঁ কৰিলো। এই ধৰ্ম্মশালাত এইটো নিয়ম বান্ধিছে যে যি কোনো মানুহ ইয়াত থাকিব খোজে সি মেনেজাৰৰ হাতত পহিলে ৫৲ জমা দি নাম লেখাই লৈ থাকিব লাগিব ; ধৰ্ম্মশালাৰ কোনো অনিষ্ট নকৰিলে আহিবৰ সময়ত আধা ফিৰাই নিব পাৰিব। ২০ আঘণ পুৱাই উঠি বম্বে চহৰৰ অধিষ্ঠাত্ৰী ৺মুম্বাদেবী, যাৰ নাম অনুসৰি এই চহৰৰ নাম হৈছে, সেই দেবী ও ৰাধা-কৃষ্ণ দৰ্শন কৰি "ৰানীকাবাগ" অৰ্থাৎ যাদুঘৰ ও জন্তুশালা চাবলৈ ট্ৰামেৰে গলো। বম্বেত ট্ৰামৰ ভাড়া বৰ সস্তা। সেই বেলাত জন্তুশালা আৰু চহৰৰ বহু ঠাই চালো। ভাটিবেলা এপলো বন্দৰ চাবলৈ যাই দেখিলো যে বন্দৰৰ ওচৰতে বাগিচাৰ আমবিলাক খুব লাগিছে ;

একে ডালি গছতে পকা, কেচা, সৰু, ডাঙ্গৰ নানা ৰকম ফল ধৰিছে আৰু মলিছেও। আঘণৰ ২০ তাৰিখে আমৰ গছত এনে ফল-ফুল দেখি আশ্চৰ্য্য হলো, আৰু আম দেশতকৈ ভাৰতবৰ্ষৰ ইয়াতে বিশেষত্ব আছে বুলি ভাবিলোঁ। জাৰ একেবাৰে নাই, লতা পাত্তাত বসন্ত কালৰ নিচিনা নানা বিধ ফুল, এপলো বন্দৰৰ শোভা, সমুদ্ৰত নানা ৰকম প্ৰকাণ্ড ২ যুদ্ধৰ জাহাজ, আৰু আন ২ ডাঙ্গৰ সৰু বহু ৰকমৰ জাহাজ, মোটৰ বোট আৰু সৰু ২ দ্বীপবিলাক দেখি বিমোহিত হলো। প্ৰত্যেকে ✓০ আনাকৈ ভাড়াদি সাগৰত নাওৱেৰে কিছু দূৰ ফুৰিলো। ঘাট, তাজমহল হোটেল, ও বহুবাজাৰ ও বিখ্যাত ২ দোকান আৰু মাজগাওঁ বন্দৰ প্ৰভৃতি চালো আৰু ফিৰা দিনা এলিফ্যাণ্ট্ কেভ্ চাবলৈ যাবৰ বন্দোবস্ত কৰি বাহালৈ ফিৰি আহিলো। বম্বে চহৰ কোনো ২ বিষয়ত কলিকতাৰ সমান, কিন্তু সকলো বৰ বৰ আট্টালিকা, ও বৰ বৰ হোষ্টেল, গবৰ্ণমেণ্ট হাউচ, কোম্পানীৰ বৰ ২ দোকান-বিলাক আৰু অফিচ ঘৰবিলাক ৪।৫ তালাৰ ওপৰতো থাপ-ৰিৰে চিওৰা দেখি আমাৰ চকুত বৰ ভাল নালাগিল। মোটৰৰ সংখ্যা যেন কলিকতাতকৈও বেছিহে হব বুলি বোধ হল। মানুহবিলাক মতা, তিৰুতা সকলো ধুনীয়া; পোষাক অধিকাংশই পাটৰ আৰু অতি মনোহৰ ৰঙেৰে ৰঙা। খোৱা বস্তু শাক-পাছলি, অতি উত্তম ঘি, দৈ, দুধ, ফল-মূল, সকলকে পোৱা যায়, কেৱল বেহাৰৰ তেল পোৱা নাযায়,

খাব লাগে তিলৰ তেল। ৰাস্তাবিলাক কলিকতাতকৈ বহল, আৰু গলিৰ সংখ্যা কম। চহৰ খন বৰ ডাঙৰ, আমি গোটেই-খন ফুৰিব নোৱাৰিলো, কিন্তু "এলিফ্যাণ্ট কেভ" চাবলৈ যোৱাত সাগৰৰ মাজৰ পৰা চহৰখনৰ এটা দৃশ্য দেখা পাই বুজিলো যে বোম্বে অতি সুন্দৰ, অতি মনোৰম নগৰী। প্ৰায় সকলো মানুহে হিন্দি ভালকৈ বুজে। ইয়াত চাবলগীয়া প্ৰধান ঠাই ৰাণীবাগত থকা যাদুঘৰ আৰু পশুশালা, ডাকোজি মন্দিৰ, পাৰ্শীশব ৰাখা ঘৰ, বা টাওৱাৰ অৱ চাই-লেন্স, ক্ৰফোৰ্ডবাজাৰ, মতি বাজাৰ, এপলো বন্দৰ, ভুলা-বাজাৰ, বাস্থ বজোৱা ঠাই বা ব্যাণ্ড্‌ষ্ট্যাণ্ড্‌ ৰাজাবাঈৰ ক্লক টাওৰাৰ, বিশ্ববিদ্যালয়, সপ্তম এড্‌ৱাৰ্ডৰ তাম্ৰ মূৰ্ত্তি, গোপালকৃষ্ণ গোখেলৰ মূৰ্ত্তি, লাইট্‌হাউচ্ বা আলোকস্তম্ভ, হাইকোৰ্ট, তাজমহল-হোটেল প্ৰভৃতি।

---

## ২৪। এলিফ্যাণ্ট্‌ কেভ্‌

২১ আঘণ পুৱাই উঠি খাই-দাই আগা দিনাই ঠিক কৰি থোৱা বন্দোবস্তমতে ৯ টা বাজাত এপলো বন্দৰলৈ গৈ নাও পালো। বন্দৰৰপৰা ৭ মাইল সাগৰেৰে যাই কেভ্‌ পোৱা যায় বুলি মাজিবিলাকে কলে। সাগৰত ফুৰা এবিধ সৰু নাও আছে, তাৰে এখানীত উঠিলো। নাও নাচি-বাগি কেতিয়াবা ওপৰলৈ, কেতিয়াবা বা তললৈ, কেতিয়াবা বা

কাতিহৈ নানা ভঙ্গিৰে চলিবলৈ ধৰিলে, আমিও সাগৰৰ মাজত নানা নতুন দৃশ্য দেখি ২ ভয়ে উৎসাহে, তামাছাই পৰিপূৰ্ণ হৈ কিবা এটা অদ্ভুত ৰূপ ধৰি নাওৰ লগে ২ অবাধে যাবলৈ ধৰিলো। লগৰ সঙ্গী কেইজনৰ মুখৰ চেহেৰা বৰ্ণন কৰিবৰ ভাষা নাই। কালীবাবু খুব উৎসাহে পৰিপুৰ্ণ আৰু প্ৰফুল্ল মনে গৈছে, বাকী কেইজনৰ কোনো জনক যেন আসামত আগে হৈ যোৱা মানৰ বিপ্লবত অসমীয়া মানুহক মানে ধৰি নৌকা বজাই কৈ ব্ৰহ্মদেশলৈহে লৈ যাব লাগিছে। কোনো জনে বা কব খোজে যে মোক কোনো মতে আকৌ বোম্বাইত তুলি থৈ আহা; কোনো জনে বা মনে মনে কবলৈ ধৰিলে যে আজি যদি জী থাকো আৰু বহুদিনলৈ ব্ৰহ্মাণ্ডত আমাৰ চাউল কানি আছে বুলি ভাবিম। দুই এজন অতি কষ্টে ধৈৰ্য্য ধৰি কোনো ৰকমে নাওত বহি আছে যে যি হয় সেইয়ে হক। আমি যেনিবা মনে ২ নাওৰ মাজত সুধিছো যে ডুবিলে নাওখন ওপৰলৈ মুখ কৰি এই অৱস্থায় ভাহি যাব, নে তলমুখ হৈ উবৰি হব? ইত্যাদি ভাবে যায় থকাত ১২ টা বাজাত গৈ সাগৰৰ মাজত এখন ডাঙ্গৰ পৰ্ব্বতৰ পৰা সাগৰৰ পানী লৈ বন্ধোৱা এখন ছিড়ি পালো গৈ। পৰ্ব্বতৰ নামনিত কিছুমান সেই দেশৰ কিবা জাতিৰ মানুহে, কেইখন মান সাঙ্গি ওচৰত পেলাই থৈ বহি আছিল। আমি গৈ ছিড়িত উঠাত হাঁহি হাঁহি আমাৰ কাষলৈ আহি, সিহঁতৰ দোলাত উঠিম নেকি বুলি ভাব ভঙ্গি দেখায় সিহঁতৰ ভাষাৰে সুধিছিল। আমি কিন্তু সিহঁতৰ ভাষা বুজিব

নোৱাৰি, কেৱলহাত জোকাৰি অসম্মতি প্ৰকাশ কৰি ওপৰলৈ গৈ এখনি সৰু অফিছ পালো। তাতে এজন মহৰি ও চৌকিদাৰ এজন আছে, মহৰি জনে আমাৰ নাম লেখিলৈ প্ৰত্যেকৰ পৰা নিয়মমতে ।০ অনাকৈ দৰ্শনি ফিজ আদায় কৰি, গুহালৈ যাবৰ অনুমতি দিলে। কিছুদূৰ যায় পৰ্ব্বতৰ এটা প্ৰকাণ্ড শিলখুলি কৰা তলত দেখা মাপৰ গুহা বা শিলৰ ঘৰটো পায়, ভিতৰে সোমাই অবাক হলো। গুহাৰ ভিতৰত দীৰ্ঘে প্ৰস্থে ৯১ ফিট দীঘল ও বহল এটা প্ৰকাণ্ড অট্টালিকা খুলি উলিয়াইছে, তাৰ খাম বিলাক একে জোৰায় সেই শিলৰ পৰা কাটি উলিয়াই তাত যে কত কাৰুকাৰ্য্য কৰিছে, নেদেখিলে বুজাব নোৱাৰি। তাত হৰ পাৰ্ব্বতী, অৰ্দ্ধনাৰীশ্বৰ ব্ৰহ্মা, বিষ্ণুৰ প্ৰকাণ্ড প্ৰকাণ্ড মূৰ্ত্তি, হৰপাৰ্ব্বতীৰ বিবাহ, কৈলাস পৰ্ব্বতে সৈতে ভুত বিলাকৰ মূৰ্ত্তি, নন্দীভৃঙ্গী আৰু ইন্দ্ৰৰ মূৰ্ত্তি আছে। এই বিলাক মূৰ্ত্তি যিগান ডাঙৰ দীঘল, আজিকালিৰ মানুহৰ মনত তিমান ডাঙৰ মূৰ্ত্তি হব পাৰে বুলি কল্পনাই ঠাই পাব নোৱাৰে। তিনি চাৰিটা প্ৰকাণ্ড শিব লিঙ্গ স্থাপিত আছে, আৰু এটা কুণ্ডত পানীও আছে। এই ডাঙৰ ঘৰটোত বাজেও আৰু ৬।৭ টা ডাঙৰ ডাঙৰ গুহা আছে, তাৰ প্ৰত্যেকটীত ১০।১২ জনকৈ মানুহ থাকিব পাৰে। এইবিলাক যে কোনে কেতিয়া কৰিছিল, তাৰ নিৰাকৰণ এতিয়ালৈকে কোনেও কৰিব পৰা নাই। কেবল পঞ্চ পাণ্ডৱে কৰা বুলি এটা মৌখিক প্ৰবাদ চলিত আছে; কিন্তু পঞ্চ পাণ্ডৱৰ ভিতৰত দ্বিতীয় জনে কৰিছিল

নেকি ? সেই কথা সোচা হলেহে কথাটো ভালকৈ খাপ খালে হেতেন · যেয়ে কৰক, ইযে প্রাচীন হিন্দু ৰজা সকলৰ এটা অদ্ভুত কীর্ত্তি তাৰ কোনো ভুল নাই। এই মূর্ত্তি আৰু গুহাটো যে বহু কালৰ পুৰণা তাক কোনেও কৈ দিব নেলাগে। অধিকাংশই ভাঙি চিঙি যাব ধৰিছে, কেবল ভূতপূর্ব্ব গভর্ণৰ জেনেৰেল লর্ড কার্জ্জনে আইন কৰি এইবিলাক ৰক্ষাৰ উপায় কৰি থৈ যোৱা গুণেহে, কোনোমতে এতিয়া-লৈকে ৰক্ষা হৈ আছে। এই আইনমতে গবর্ণমেণ্টৰ খৰছেৰে দুই চাৰিটা প্রকাণ্ড প্রকাণ্ড নতুন থাম সাজি দি, খহি পৰিব লগীয়া জাগা বিলাক ধৰি ধৰি ৰাখিছে। এই গুহাৰ দুৱাৰ মুখতে এটা শিলৰ প্রকাণ্ড দঁতাল হাতী আছিল দেখিয়েই হবলা এই গুহাৰ নাম "এলিফ্যাণ্টকেভ" অর্থাৎ হাতী গুহা নাম থৈছিল। পিছে সেই হাতীটি খণ্ড খণ্ড হৈ ভাঙি পৰাত, এতিয়া গৱর্ণমেণ্টে তাক বম্বেলৈ নি, ভালকৈ জোড়াই জন্তু-শালাত ঠিয় কৰি থৈছে, আৰু তাতে এই কথা খিনিও লিখি থৈছে। এলিফ্যাণ্ট গুহা চাই ফিৰি আহি গধূলি বাঁহাত থাকি ২২ আঘণ পুৱাই আকৌ চহৰ চালো। আৰু ২ টা বজাত প্রত্যেকে ২।৹ অনাকৈ টিকেট কিনি পুনালৈ যাত্রা কৰিলো। মেনেজাৰৰ পৰা জমা দিয়া ৫৲ টকাৰ আধা ফিৰাই আনিলো। বাটত নানা পর্ব্বত আৰু ১৪।১৫ টা মান সুৰঙ্গ ( tunnels ) পাৰ হৈ আৰু নানা নদী ও পর্ব্বতৰ উপত্যকা পাৰ হৈ ৰাতি ৭॥ বজাত আহি

পুনা চহৰ পালো। ষ্টেশ্যনৰ ওচৰৰ ধৰ্ম্মশালা এটিত গৈ সোমাই দেখিলো যে মানুহে এনেকৈ ভৰি আছে, যে তাত থাকিবৰ খাবৰ ঠাই একেবাৰে নাই। অতি কষ্টে চোতালত কেটামান পাগ কৰি খাই, আকৌ ৰেলওৱে ষ্টেশ্যনত গৈ শুই থাকি, ৰাতি ২ টা বাজাৰ ডাক গাড়ীত প্ৰত্যেকে ৪॥০ আনাকৈ টিকেট কৰি হটগি ষ্টেচনলৈ যাত্ৰা কৰিলো। পুনাচহৰ চোৱা আমাৰ ভাগ্যে আৰ নঘটিল। ২৩ আঘণ তাৰিখে বাটত হটগি ষ্টেচনত নুমি, ওচৰৰ মাৰোটি দৌলতগৈ পাগ কৰি খালো। মানুহৰ ভাষা ক্ৰমে বুজিব নোৱাৰা হৈ আহিছো, খোৱা বস্তু প্ৰায় সকলো ঠাইতে পাই গৈছো, কিন্তু শাক পাচলি বেছি ভাগতে পাবলৈ নাই। গধুলি হটগিৰ পৰা প্ৰত্যেকে ৩৶০ আনাৰ টিকেট কিনি হস্পেট ষ্টেচনলৈ যাত্ৰা কৰিলো। ২৪ আঘণ বাটত গদাক্ ষ্টেচনত ৯ টা বজাত নুমি খাই লৈ আকৌ ১১॥ টা বাজাত গাড়ীত উঠি হস্পেট ষ্টেচনলৈ গলো। বাটত নানা ৰকমৰ খেতি আৰু পহুৰ পাল দেখি গলো। মৰুভূমিৰ বালি আৰু শিলে প্ৰায় এৰা দিলে, সাৰুৱা ক'লা মাটী পালো, কিন্তু কাটাই আমাক নেৰিলে আৰু আগলৈকেও নেৰিব। কাটাই দিল্লীতে আমাক ধৰিছে আৰু চিৰসঙ্গী হব বুলি যেন শপত খাইছে।

বাটত যোৱাত ২।৩ টা মান ষ্টেচনৰ ওচৰত ৫।৬ শত মান মানুহে গৰু ছাগলি আদিলৈ, ছিৰা কাঠ, কটা কানি আৰু গছৰ পাতেৰে সোপা, ঘোপা দি, সৰু সৰু কৈ অস্থায়ী

ভাৱে মাটী কাটা কুলিবোৰৰ নিচিনা পোজা বান্ধি বান্ধি থকা দেখি, গাড়ীত ফুৰা ২।৪ জন ভাল মানুহত তাৰ কাৰণ সোধাত তেওঁলোকে কলে যে, সেইবিলাক মানুহ থকা গাওঁ বিলাকত এতিয়া প্লেগ হৈছে, গৱৰ্ণমেণ্টে ইহতঁৰ গাওঁ ভাঙ্গি ইহঁতক তাৰ পৰা খেদি দিছে, গতিকে এনেকৈ আছে আহি। প্লেগৰ নাম শুনি বৰ ভয় পালো আৰু হস্পেট্ পালে আৰু কিষ্কিন্ধ্যালৈ নেযাই, একেবাৰে ত্ৰিচিনপলালৈ যাবলৈ কালী বাবুক ধৰিম বুলি ভাবি থাকোতে ভাটিবেলা ৩॥ টা বজাত গৈ হস্পেট ষ্টেশ্যন পালো। ষ্টেশ্যন পাইয়ে কালী বাবুক সেই কথা কোৱাত তেওঁ কলে যে সেইবিলাক নাভাবিব, যেয়ে মৰিবৰ আছে সি মৰিব, আমি কিয় মৰিম ? এই বুলি খুব উৎসাহেৰে গাৰী বন্দোবস্ত কৰিলে। তিনিখন ঝট্কাত (এক্কা গাড়ীত) সকলো উঠি পম্পা নগৰী, বা হম্পি বা কিষ্কিন্ধ্যালৈ যাত্ৰা কৰিলো। পম্পা ইয়াৰ পৰা ৭ মাইল দূৰ, গাড়ী ভাড়া প্ৰত্যেকৰ ১।০ অনাকৈ ললে, বাটত যোৱাত এঠাইত গাড়ী বন্ধ কৰি আমাৰ প্লেগ হৈছেনে নাই ডাক্তৰে পৰীক্ষা কৰি এৰি দিলে। ইয়াৰে পৰা ধান কুঁহিয়াৰ আৰু কলৰ খেতি আদি দেখিবলৈ আৰম্ভ কৰিলো। গধূলি গৈ পম্পা নগৰীৰ ওচৰ চাপি চাৰিওফালে পৰ্ব্বতৰ ওপৰত অসংখ্য মন্দিৰ, শিলৰ ঘৰ, সুৰঙ্গ, তুঙ্গভদ্ৰা নদীৰ ওপৰত প্ৰকাণ্ড দলং দেখি স্তম্ভিত হলোঁ। ঝটকা গৈ পম্পেশ্বৰ শিবৰ দৰ্জ্জাৰ মুখত থামিল, দৰ্জ্জাত ভয়ঙ্কৰ বাট ঘৰ বা গোপুৰম, আছে, তাত নানা কাৰুকাৰ্য্য আৰু বহু দেৱ-দেৱীৰ মূৰ্ত্তি আছে।

## ২৫। কিষ্কিন্ধ্যা বা পম্পা নগৰী

পম্পাপুৰীৰ পম্পেশ্বৰ শিৱৰ মন্দিৰৰ কম্পাউণ্ডৰ ভিতৰত কেৱল ২০।২৫ জন মান মাথোন মানুহ আছে। আৰু চাৰিওফালে বহু দূৰলৈ কোনো মানুহ নাই। কেৱল শূন্য মঠ, শূন্য শিলৰ বৰ বৰ অট্টালিকা, প্ৰকাণ্ড শূন্য কম্পাউণ্ড একোটাৰ ভিতৰত কত ৰকমৰ শিলৰ ঘৰ, বৈঠক খানা, দেৱতাৰ মন্দিৰ আদি পৰি পৰি আছে, তাৰ সীমা সংখ্যা নাই, কিন্তু মানুহ নাই, আছে কেৱল বৰ বৰ দীঘল লেঙুৰীয়া বান্দৰ আৰু পাৰ চৰাই। ঝট্কাওৱালাক বিদায় দি দৈনিক ৷০ আনা ভাড়াত এটি সৰু ঘৰ ভাড়া কৰি লৈ মন্দিৰৰ ওচৰতে থাকিলো। তাতে সৰু সৰু দুখন মান ডালি চাউল আদিৰ দোকান আছে। বাট ঘৰ পাৰ হৈ ভিতৰলৈ গৈ দেখিলো যে প্ৰকাণ্ড মঠ আৰু শিলৰ বহু ঘৰ আছে, মন্দিৰৰ আগত এখন প্ৰকাণ্ড কাঠৰ ৰথ পৰি আছে। তাত থকা মানুহবিলাক অধিকাংশই কানাৰি জাতৰ আৰু সিহঁতৰ ভিতৰৰ দুটামান কটামাৰা আৰু লগুণ পিন্ধা মানুহে বামুণ বুলিও পৰিচয় দিলে, কিন্তু পাছত দেখিলো যে সিহঁত সকলোৱে মুৰ্গি পোহে ও খায় তাৰে ভিতৰত এজনে পাণ্ডা বা গাইড্ হৈ আমাক দেখুৱাই লৈ ফুৰাব ধৰিলে। খাই বৈ ৰাতি তাতে শুই থাকিলো, ভয়ঙ্কৰ গৰম, বিছনি নহলে টোপনি নাহে; খালি গায়ে ধৰফৰাই পৰি থাকিলো। ৰাতিপুৱাই ২৫ আষাঢ়

৫ টা বজাতে উঠি পাণ্ডা জন লগত লৈ পম্পা সৰোবৰলৈ যাত্রা কৰিলো। শিব মন্দিৰৰ পৰা পম্পা ৭ মাইল দূৰ। বাটত বালী সুগ্রীৱৰ থকা ঘৰ, কাছাৰী, দেৱ মন্দিৰ আদি দেখালে। ভয়ঙ্কৰ এখন শিলৰ ৰথ বালী ৰজাৰ মন্দিৰৰ আগতে পৰি আছে। ইয়াত যে কত কাৰুকাৰ্য আছে নেদেখিলে বুজাব নোৱাৰি এইবিলাক পূৰ্বা এদিন কোনে বা কিমান টকা খৰছ কৰি কত পৰিশ্ৰম কৰি তৈয়াৰ কৰিছিল তাক ভাবি অন্ত পোৱা নাযায় কিন্তু কি দুখৰ বিষয় কালৰ সোঁতত পৰি আজি তাৰ খবৰ কৰবলৈকেও এটি প্ৰাণী নাই। তাতে যাই পুৰণা শ্লোক এটি মনত পৰিল যে কবিয়ে যে গাই গৈছিল

সত্বপতেঃ ক্বগতা মথুৰাপুৰী ৰঘুপতেঃ ক্বগতোত্তৰ কোশল।
ইতি বিচিন্ত্য কুৰুস্ব মনস্থিৰম্‌. নসদিদং জগদিত্যৱধাৰয়॥

এই কথা কেইআষাৰ অক্ষৰে অক্ষৰে সঁচা বুলি বোধ হল। যি ফালে চাওঁ সেই ফালে সেই পৰ্বতৰ ওপৰতে কত যে শিলৰ ঘৰ, অট্টালিকা, গুহা, পৰি পৰি আছে তাৰ কোনো বা সংখ্যা কৰিব বা পৰিচয় দিব? কিছুমান যাই তুঙ্গভদ্ৰানদীৰ পাৰত, "কোৱন্দ ৰামচন্দ্ৰ" শিৱ মন্দিৰত ৰাম, লক্ষ্মণ, সীতা ও সুগ্রীৱৰ মূৰ্ত্তি দেখিলো। পাৰনি /০ আনাকৈ দি চামৰাৰ ডুলি এটাত উঠি তুঙ্গভদ্ৰা নদী পাৰ হলো। তাত কাঠৰ নাও বোধ হয় সিহঁতে কোনো কালেও দেখা নাই, আৰু বনাবও নাজানে হবলা: কাৰণ ঘাটত নাওৰ বদলি ১৪ টা ডুলি ব্যৱহাৰ কৰা দেখিলো, একোটাত ১৬।২০ জনকৈ মানুহ

উঠিব পাৰি। দামো ১২০৲ টকাৰ পৰা ১৪০৲টকালৈ পৰিছে। বুলি কলে নদীপাৰ হৈ সিপাৰে "কিষ্কিন্ধা" বা "আনা গন্ধি" নগৰ পালো। তাত সেই কানাৰী জাতিৰ বহু মানুহৰ ঘৰ, মঠ, মন্দিৰ, বাজাৰ আদি আছে, এখন সৰু নগৰী ; কিন্তু মানুহৰ ভাষা বুজিব নোৱাৰি। তুঙ্গভদ্ৰাৰ পাৰত, আনা গন্ধিৰ কাষতে ঋষ্যমুখ পৰ্ব্বত, আৰু দুন্দুভি অসুৰৰ পৰ্ব্বত দেখিলো, তাত সৰু সৰু শিলৰ ঘৰ বহুত আছে। ইয়াৰ পৰা পৰ্ব্বতৰ মাজেৰে ৩ মাইলমান গৈ পৰ্ব্বতৰ মাজত "পম্পাসৰোবৰ" আৰু, তাৰ ওচৰতে "মানসসৰোবৰ" পালো। পম্পাসৰোবৰ বৰ ডাঙ্গৰ নহয়, এটা মধ্যম ৰকমৰ পুখুৰী, শিলেৰে মজবুতকৈ বন্ধোৱা মাজত পদ্ম ফুল পৰিছে, পাৰত কেইজন মান সন্ন্যাসী আৰু এটা মঠত ৰৌপ্য নিৰ্ম্মিত মহালক্ষ্মীৰ মূৰ্ত্তি আছে। তাতে স্নান ও দৰ্শন কৰি, তাৰ ওচৰতে অতি উচা পৰ্ব্বত এখনৰ টিঙত হনুমানৰ জন্ম-স্থান আৰু অঞ্জনা গুহা দেখিলো, কিন্তু যাবলৈ ভাল বাট নাই। এজন সন্ন্যাসীক লগত লৈ তাতে উঠি দেখিলো যে এটা সৰু মন্দিৰত হনুমানৰ মূৰ্ত্তি আৰু শিৱলিঙ্গ আছে, আৰু সি গুহাত অঞ্জনাই শিৱক তপস্যা কৰি, হনুমানক পুত্ৰ পাইছিল, সেই গুহাটো দেখিলো। পৰ্ব্বতৰ কাষতে নামনিত অঞ্জনা সৰোবৰ আছে। এই বিলাক দেখি আহি বাঁহাত খোৱা লোৱা কৰি, আঠি বেলা, সেই শিৱালয়ৰ দক্ষিণে পক্কা শূন্য পুৰী ২ খন চালোগৈ। তাৰ পাছে কুঁজিয়াৰৰ খেতিৰ মাজত থকা প্ৰকাণ্ড নৃসিংহমূৰ্ত্তি, শিৱলিঙ্গ ও প্ৰকাণ্ড

গণেশ ( এইজন উজ্জয়িনীৰ গণেশৰ সমান ডাঙ্গৰ ) আৰু বীৰ ভদ্ৰৰ ভয়ানক মূৰ্ত্তি দৰ্শন কৰি ২৬ আঘন পুৱাই চক্ৰতীৰ্থত স্নান কৰি খাই দাই আকৌ ষ্টেশ্যনলৈ আহিলো। ভাঠিবেলা প্ৰত্যেকে ৫৮০ আনাকৈ টিকেট কৰি "বেঙ্গলোৰ" ছিটিলৈ ৰওনা কৰিলো।

২৭ আঘণ ৮ টা বজাত বেঙ্গলোৰ ছিটি পালোগৈ, বাটত বেবেলি চহৰ দেখি গলো, তাৰ ওচৰতে এখন পৰ্ব্বতৰ ওপৰত টিপু সুলটানৰ শূন্য ফোৰ্ট এটা দেখিলো। প্ৰকাণ্ড পাঠৰৰ ফোৰ্ট, যত এদিন টোপৰ আওৱাজ, ও বীৰসকলৰ বীৰদৰ্প ও সমৰ গৰ্জ্জন শুনি শত্ৰুবিলাক ভীত ও স্তম্ভিত হৈছিল, আজি তাত এষাৰ কথা কবলৈকে এটা প্ৰাণীও নাই ; শূন্যপুৰী, কেৱল বান্দৰৰ আৰু পাৰ চৰাইৰ বাহাঁত পৰিণত হৈছে। বেঙ্গলোৰৰ ষ্টেচনৰ ওচৰতে এটা ধৰ্ম্মশালাত থাকি চহৰ চালো, খুব ডাঙ্গৰ চহৰ মানুহৰ ভাষা বুজিব নোৱাৰি। ভাঠিবেলা ইৰোড ষ্টেচনলৈ ৪৷৶০ আনাকৈ টিকেট কৰি ৰাওনা কৰিলো। ৰাতি ৪॥ ছাবে চাৰিটা বজাত ইৰোড ষ্টেচন পাই ধৰ্ম্মশালাত থাকিলো। ইয়াত সকলো বস্তু সস্তা, আৰু ইমান দিনৰ মূৰত আজি কল আৰু কেচা তামোল কিনিবলৈ পাই আমাৰ লগৰ মানুহ কেইজনৰ আনন্দৰ সীমা নোহোৱা হল। শাক-পাছলি খুব পোৱা যায়, কিন্তু বেগাবৰ তেল পোৱা নাযায়, আৰু মানুহৰ ভাষা একেবাৰে বুজিব নোৱাৰি, কোনো ৰকমে অঙ্গীভঙ্গি কৰি বাজাৰ কৰি খাই,

২৮ আঘণ ১২ টা বাজোত ১॥৯ পাইকৈ টিকেট কৰি "ট্ৰিচিনপলি"লৈ ৰাওয়ানা কৰিলো। ইয়াৰে পৰা মৰুভূমিৰ দৃশ্য একেবাৰে পৰিবৰ্ত্তন হ'ল। ভগবতী লক্ষ্মী দেৱীৰ যেন পূৰ্ণ লীলাভূমিত আহি পৰিলো। মাটীবিলাক খুব সাৰাল। কাবেৰী নদীৰ অনুগ্ৰহত বাটে, ঘাটে, বাড়ীয়ে, পথাৰে, নালায় পৰিস্কাৰ পানী সদা সৰ্ব্বদায় বব লাগিছে। যি ফালে চকু ফুৰাও সেই ফালে কেবল ধান, কলৰ বাগিচা, হালধিৰ বাগান, নাৰিকল আৰু তালৰ গছময়, শস্যে পৰিপূৰ্ণ, বা "সুজলাং, সুফলাং, মলয়জ্জা, শীতলাং," কথা কেটাৰ সম্পূৰ্ণ উদাহৰণৰ ঠাই ভাৰত-বৰ্ষৰ ভিতৰত যেন এই ডোখৰেই বুলি বোধ হ'ল। ইৰ্ৰি-গেচন ডিপাৰ্টমেণ্টৰ পৰা কাবেৰীৰ খাল কাটি নালায় ২ পানী নি খেতিৰ মাজত পেলাই দিয়াৰ বাবে বিঘায় ৩৲ টকাৰ পৰা ৭৲ টকালৈ খাজানা লোৱা বুলি শুনিলো, কিন্তু তথাপি খেতিয়কৰ লাভ হে হৈছে। এই খণ্ডত এতিয়াহে পূৰ্ণ বাৰিষা আৰু শালিৰ খেতিৰ ভৰ বতৰ পৰিছে। কোনো-বাই কঠিয়া পাৰিছে, কোনবাই বা রুব ধৰিছে, কিছুমান মাটিত বা পকা ধানে একেবাৰে ভৰি আছে, ক'তবা বা ধানে সাঁজা ধৰিছে; মানুহৰ স্ফূৰ্ত্তি দেখি আৰু "শস্য পূৰ্ণাবসুন্ধৰা" দেখি আমাৰো মৰুভূমিত শুকায় আহা প্ৰাণত যেন আনন্দ ৰসৰ জোঁৱাৰ আহিল! জাৰ একেবাৰে নাই পূৰ্ণ বসন্ত কাল। চাৰিও কালে কেবল আনন্দময় দেখিব ধৰিলো। খেজু-ৰৰ গছৰ নিচিনা নাৰিকলৰ গছ কাটি ৰস উলিয়াই, ভাৰি,

মিঠাই ও চিনি কৰে, এই নতুন কথা ইয়াতে দেখিলো ; কিন্তু গছ ডালিৰ হলে সৰ্ব্বনাশ কৰা হয় । ফল ধৰিব নোৱাৰা হৈছে, ক'লা বেমাৰী মানুহৰ নিচিনা, সেই সাৰাল মাটীতো কেবল কোনোমতে প্ৰাণটী ধাৰণ কৰি ঠিয় হৈ থাকি, যি পাৰিছে শক্তি অনুসাৰে তাৰে মালিকক ৰস দিব লাগিছে । কিন্তু কাটাই হলে আমাক এৰা দিয়া নাই, প্ৰায় একে সমানে বিনা টিকেটে আমাৰ লগে ২ আহি আছে ।

---

## ২৬২৭। ত্ৰিচিনাপল্লি ও শ্ৰীৰঙ্গপট্টনম্

এই ত্ৰিচিনাপল্লি নগৰ কাবেৰী নদীৰ দক্ষিণ পাৰে আছে, পূৰ্ব্ব কালত ই ত্ৰিশিৰা ৰাক্ষসৰ দেশ আছিল, পিছে শ্ৰীৰামচন্দ্ৰ এই ৰাক্ষসক এই নগৰতে বধ কৰিছে গতিকে ইয়াৰ নাম ত্ৰিচিনাপল্লি হৈছে । ষ্টেচনৰ পৰা প্ৰায় ১॥ মাইলমান দূৰ এটা ধৰ্ম্মশালাত গৈ থাকি, পুৱাই তাৰ পৰা শ্ৰীৰঙ্গপট্টনমলৈ যাই শ্ৰীৰঙ্গজিৰ জগদ্বিখ্যাত মন্দিৰ চাম বুলি বন্দোৱস্ত কৰিলো। এই নগৰত এটা বৰ ধুনীয়া গীৰ্জ্জা আছে । ৰাতিপুৱাই উঠি ( ২৯ আঘণ তাৰিখে) তুখন ঘোৰাৰ ঝটকা কেৰেয়া কৰি ইয়াৰ পৰা ৪ মাইল দূৰ শ্ৰীৰঙ্গমজিৰ মন্দিৰলৈ যাত্ৰা কৰিলো। শ্ৰীৰঙ্গমত আজি বৈকুণ্ঠি একাদশী, পৰ্ব্ব উপলক্ষে বৰ ডাঙৰ মেলা হৈছে । হাতী, ঘোৰা, গাৰীত, উটত, উঠি অসংখ্য

যাত্ৰী যাব ধৰিছে। মন্দিৰৰ অলপ দূৰতে হাজাৰ ২ মানুহে কাবেৰী গঙ্গাত স্নান কৰিব লাগিছে। কাবেৰী মহা তীৰ্থ, হিন্দুই প্ৰত্যেক শুভ কাৰ্য্যতে আগে, এই কেইটা তীৰ্থ আহ্বান কৰি জল শুদ্ধি কৰিলৈহে পাছত পূজা আদি কৰে। যথা "গঙ্গেচ, যমুনে চৈব, গোদাবৰি সৰস্বতি। নৰ্ম্মদে, সিন্ধু, কাবেৰি, জলেঽস্মিন্ সন্নিধিং কুৰু"॥ ঈশ্বৰৰ অনুগ্ৰহত কেবল সিন্ধুত বাজে বাকী সকলোটি তীৰ্থকে এই যাত্ৰাত পোৱা গৈছে। কাশীত গঙ্গা, বৃন্দাবন ও আগ্ৰাত যমুনা, নাছিকত গোদাবৰী, প্ৰভাসত সৰস্বতী, ওঙ্কাৰনাথত নৰ্ম্মদা, আৰু এই শ্ৰীৰঙ্গমত কাবেৰী। পিছে আমিও গৈ কাবেৰীৰ বালাত কাপোৰ কানি থৈ, কালী বাবুৰ লগত যোৱা চালাক, চতুৰ চাকৰটোক কাপোৰৰ কাষত অতি সাৱধানকৈ বহাই থৈ, স্নান কৰিবলৈ ধৰাত তৎক্ষণাৎ তাৰে পৰা ২৮৫৲ টকাৰ নোট ও ঘড়ি এটা শুদ্ধায় কালী বাবুৰ কোটটো কোনোবা চোৰে চুৰি কৰি নিলে। কিছুমান সময় বিচাৰি নাপাই সকলে মহাদুঃখিত হলো। টকাৰ নিমিত্তে তেওঁৰ কোনো মস্কিল নহল, তৎক্ষণাৎ আমাৰ লগত যোৱা ধনী মানুহ এজনে তেওঁক ৩০০৲ টকা ধাৰলৈ দিলে। পিছে দেৱালয়লৈ যায় তাৰ প্ৰথম বাটঘৰ বা গোপুৰমটো দেখিয়েই আশ্চৰ্য্যান্বিত হলো; তাত নো কত কাৰুকাৰ্য্য, কত দেব দেবীৰ মূৰ্ত্তি আছে তাৰ আদি অন্ত নাই। এই ঘৰটো এৰাই দুফালে দুই সাৰি শিলৰ ঘৰ, তাত যে কিমান মানুহ আছে তাৰ সংখ্যা কৰা টান

এইটো এবাই অন্ততঃ ৪০ ভাব মান যায় আকৌ দ্বিতীয় বাট ঘৰটো অবিকল প্ৰথমটোৰ নিচিনা দেখিলো। সেইটো এবাই আকৌ আগৰ নিচিনা দুফালে দুসাৰি শিলৰ ঘৰ, তাতো মানুহে ভৰি আছে, আকৌ তৃতীয় বাট ঘৰটো, অবিকল প্ৰথমটোৰ নিচিনা, আকৌ তেনে শিলৰ ঘৰ, এনেকৈ একে সমানৰ ৭টা বাটঘৰ এবাই গৈ আচল মন্দিৰত সোমালো। তাত সোমাই পাণ্ডাই দেখাই লৈ ফুৰালে, কোন ফালে কলৈ যাব লাগে তাৰ তত ধৰিব নোৱাৰি। মন্দিৰৰ কম্পা-উণ্ডৰ চাৰিও ফালে শিলৰ প্ৰকাণ্ড দেওৱালে বেড়ি আছে, দেওৱাল মন্দিৰ আদি সকলো শিলৰ, ইটা ঔষধত লাগিলেও পাব লগীয়া নাই। এই মন্দিৰটো ৫০০ বিঘা মাটি জুৰি তাৰ ওপৰত আছে: মন্দিৰৰ ওপৰত কত যে সোণাৰ কলসা আৰু ভিতৰত সোণাৰ চৌদোল, সিংহাসন কিমান আছে তাৰ সংখ্যা নাই। মন্দিৰৰ ভিতৰত বৃন্দাবনৰ নিচিনা সোনাৰ ডাল গছ, দুৱাৰৰ চোকাঠ আদি সোণৰ, মূঠৰ ওপৰত সোণাৰ মান তাত যেন কাঁহ পিতলতকৈও কম বুলিহে বোধ হল। দেৱতাৰ গাত যে কিমান মূল্যৰ অলঙ্কাৰ আছে, তাক ঠিৰাংকৈ কোৱা সাধ্যাতীত; হাতী ঘটা, উট, ঘোৰা, ৰথ ও অন্যান্য বিভূতিৰ আদি অন্ত নাই, সেই বিলাক দেখি আমি অবাক হলো। ইমান ডাঙৰ মন্দিৰ ভাৰতবৰ্ষত আৰু নাইয়ে, আন কেনোবা দেশত আছে নে নাই, সেই বিষয়ও সন্দেহ হয়। ইয়াতকৈ নো ডাঙৰ আকৌ কেনে হব পাৰে?

সন্মুখতে এটা প্রকাণ্ড গৰুড়ৰ মুৰ্ত্তি আছে। মন্দিৰৰ ভিতৰত অনন্ত শয্যাত ভগৱান শুই আছে, তেওঁৰ নাম শ্ৰীৰঙ্গনাথ স্বামী; তেওঁত বাজে শ্ৰীৰামচন্দ্ৰ, মহালক্ষ্মী, শিৱ, দুৰ্গা, আৰু শ্ৰীকৃষ্ণ প্ৰভৃতিৰ মুৰ্ত্তিত এক সমানে পূজা ভোগ আদি হব লাগিছে। এই সকলত বাজে, হিন্দুৰ যত দেৱদেৱী আছে সকলোৰে শিলৰ মুৰ্ত্তি. মন্দিৰৰ ভিতৰত প্ৰায় ২০০ মান বা তাতকৈও কিজানি বেছি হে হব পাৰে, ভালকৈ কাপোৰ কানি পিন্ধাই বহাই ৰাখিছে। তাত ২।৩ ঘণ্টা মান ফুৰি একো তত ধৰিবই নোৱাৰিলো. তাতে আকৌ আজি মেলাৰ দিন; মানুহৰ হুলস্থূল, মতা তিৰুতাৰ কোনো প্ৰভেদ নাই, সকলো স্বাধীন ভাবে মন্দিৰৰ ভিতৰত ও বাহিৰত আনন্দে উন্মত্ত হৈ উৎসৱত যোগ দিছে। তাৰ পৰা বিদায় হৈ জম্বুকেশ্বৰ শিবালয়লৈ গলো। সচা কথা কবলৈ গলে মেলাৰ হুলস্থূলত পৰি শ্ৰীৰঙ্গপট্টনমৰ মন্দিৰ আমাৰ ভালকৈ চোৱা নহল।

---

## ২৮। জম্বুকেশ্বৰ শিব

এই মন্দিৰৰ পৰা জম্বুকেশ্বৰ শিবৰ মন্দিৰলৈ প্ৰায় ১ মাইল মান দূৰ হব. ২ খন ঝট্‌কা কেৰেয়া কৰি তালৈ গলো। তাত উপস্থিত হৈ দেখিলো যে ইও প্ৰায় ৰঙ্গমৰ শ্ৰেণীৰে, অলপ হে কম হব। ইয়াতো সেই ৬।৭ টা বাট ঘৰ,

প্ৰকাণ্ড ২ মন্দিৰ, আৰু প্ৰকাণ্ড কম্পাউণ্ড। ইয়াত ভগৱান শিৱৰ অস্টমূৰ্ত্তিৰ ভিতৰত অপ্ অৰ্থাৎ জল মূৰ্ত্তি আছে। মন্দিৰৰ গাঠনিৰ মাজতে অতি বহুকালৰ পুৰণা এডালি জাম গছ আছে। গছডালি একেবাৰে ক'লা পৰিছে, আৰু পাথৰৰ গাঠনিৰ মাজত সোমাই আছে। ইয়াৰ পুৰণা কাহিনী এই যে এক সময় নেকি ভগবান শিৱে কিবা কাৰণে পাৰ্ব্বতীৰ মুখ নাচাও বুলি প্ৰতিজ্ঞা কৰিছিলে, তাতে ভগৱতী আহি সেই জাম গছ ডালিৰ গুড়িত বহি বহুকাল তপস্যা কৰাত আশুতোষ সন্তুষ্ট হৈ নিজ ৰূপে আহি ভগবতীক তাতে দেখা দিছিল, সেই কাৰণে তেওঁৰ নাম তাত জম্বুকেশ্বৰ হৈছে। পিছে আমি তাত দৰ্শন কৰি ১২টা মান বজাত আহি ত্ৰিচিনাপল্লি পায়, ইয়াৰে মন্দিৰ চাবলৈ গলো। এই ত্ৰিচিনাপল্লিৰ মন্দিৰ চহৰৰ মাজতে এখন সৰু উচা পৰ্ব্বতৰ ওপৰত আছে; ইয়ালৈ গৈ যে দেখিলো ইয়ো সেই একে নমুনাৰ, কিন্তু শ্ৰীৰঙ্গমতকৈ অলপ সৰু। মন্দিৰৰ কাৰু-কাৰ্য্য অতি পৰিষ্কাৰ. মন্দিৰৰ ভিতৰত সোণাৰ তাল গছ, সোণাৰ সিংহাসন, সেই তেত্ৰিশ কোটি দেবতাৰ মূৰ্ত্তি সাৰি ২ কৈ সাজি থৈ দিছে, যি ফালে চোৱা যায় তাৰ পৰা আৰু চকু ফিৰাই আনিব নোৱাৰি। এই মন্দিৰত শিৱ আৰু ভগবতীক দৰ্শন কৰি, ইয়াতকৈ ওপৰত থকা গণেশ দৰ্শন কৰিবলৈ গলো। এই টিংটীত উঠিলে, চহৰৰ শোভা আৰু বহুদূৰলৈ গাওঁ আদি দেখা যায়। এই মন্দিৰো খুব ডাঙ্গৰ

ও ধুনীয়া। ইয়াত এটা প্ৰকাণ্ড ঘণ্টা আছে, এইটো আৰতি বা পূজাৰ সময়তে বজালে, গোটেইখন চহৰতে ইয়াৰ মাত শুনা যায়। এই মন্দিৰৰ ওপৰত বৈদ্যুতিক ল্যাম্প জলোৱাৰ ব্যৱস্থা আছে, গধুলি যেতিয়া সেই ল্যাম্প তাত জলাই দিয়ে ইয়ো এক নতুন অপৰূপ দৃশ্য হয়। এই চহৰত জানো নিতৌ পূৰ্ণচন্দ্ৰ উদয় হয় বুলি বোধ হয়। ২টা বজাত বাসা লৈ আহি খায় দায় জিৰণি ললো, আৰু আজি আমাৰ বৰ দুৰ্দ্দিন বুলি ভাবি কালা বাবুৰ দুঃখে সকলো দুঃখিত হৈ স্ফূৰ্ত্তিহীন হৈ থাকিলো। যাহোক ভাঠিবেলিকা চহৰ চালো আৰু কালা বাবুৰ নিমিত্তে নতুন ঘড়ি এটা আৰু যাৰ যি আৱশ্যক অন্যান্য বস্তুও কিনিলো আৰু গধূলি ৭॥ বজাত গাইপতি ৩৸০ অনাৰ টিকেট কিনি ৺ৰামেশ্বৰ সেতুবন্ধলৈ যাত্ৰা কৰিলো। বাটত কেৱল তাল, নাৰিকল, কলৰ গছ আৰু হালধিৰ খেতি ও মাজে ২ ধানৰ খেতি দেখি গলো, আমাৰ সহচৰ কাটাইও আমাক এৰা দিয়া নাই। সেই দেশায় মানুহৰ ঘৰ বাড়ী, চাৰিপাটী, পাচি খৰাহি আদি সকলো নাৰিকল ও তাল পাতেৰে সজোৱা; বাঁহ, বেত, পাতিদৈ, শেৰ, ইকৰা, ও শালকাঠ আদি একো নাই, সেই বিলাকৰ ঠাই নাৰিকল আৰু তালৰ গছে পাতে পুৰণ কৰিছে।

---

## ২৯। সেতুবন্ধ ৰামেশ্বৰম

তীৰ্থ পাবৰ দুই ষ্টেচন আগৰে পৰা অৰ্থাৎ মণ্ডপম্ ষ্টেচনৰ পৰা পাণ্ডাই কলে—"বাবু! ভালকৈ মন কৰিব, ইয়াৰ পৰাই সেতু আৰম্ভ হৈছে।" পূৰ্ব্বকালে ৰাস্তাৰ ওচৰতে সাগৰ দেখিলো আৰু অলপমান আহিয়েই সাগৰৰ মাজত এখন প্ৰকাণ্ড দলং পালো। সেই দলংখনৰ তলত কেবল বৰ বৰ শিলৰ ওপৰত লোহাৰ খুটা গাড়ী ১॥ মাইলমান দীঘলকৈ এই দলংখন সাজিছে। চাৰিওফালে যিমান দূৰলৈ চকু যায়, কেবল তাল, নাৰিকল আৰু কাটাৰ গছ হে দেখা গ'ল। জাৰ একেবাৰে নাই, লতা পাতাত ফুলে উপচি পৰিছে, কুঁৱলি, নিয়ৰ কাক বোলে মানুহে নাজানে। সাগৰৰ বতাহ গাত লাগিলে বৰ সুখ পোৱা যায়। ১ লা পুহ তাৰিখে, বসন্ত কালৰ গৰম অনুভব কৰি ও চাৰিওফালৰ প্ৰাকৃতিক দৃশ্যবিলাক দেখি আনন্দতে উন্মত্ত হলো। পুৱা ৭ টা বাজাত আহি ষ্টেচন পাই, ঝটকা এখন কেড়েয়া কৰি, সকলোৰে চামন্ ভাতে বোজাই দি আনি আধামাইল মান বুলি গৈ, একেবাৰে সমুদ্ৰৰ পাৰতে "ৰসন্তলাল-সাগৰমল" নামে এটা ধৰ্ম্মশালাত গৈ থাকিলো।

সেইদিনা বৰ ক্লান্ত হৈ অহা সাৰে, কেবল সাগৰত স্নান কৰি খোৱা লোৱা কৰিলো আৰু অলপ জিৰণি লৈ বাহিৰৰ তীৰ্থবিলাক চাবলৈ ওলালো। প্ৰথমে সুগ্ৰীৱ তীৰ্থলৈ

গৈ কুণ্ডত মাৰ্জ্জন স্নান আৰু সুগ্ৰীব দৰ্শন, হনুমান কুণ্ডত সেই ৰকমে স্নান ও দৰ্শন কৰি ঝট্‌কাত উঠি গোটেইখন ঠাইকে চায় ললো। তাৰ পাছে ভীম, অৰ্জ্জুন, নকুল, সহদেৱকুণ্ড, ধৰ্ম্মকুণ্ড, ব্ৰহ্মকুণ্ড আৰু কাশী দৰ্শন কৰি, বাঁগালৈ ৭ টা বাজাত আহি আৰতি চাবলৈ মন্দিৰলৈ গৈ, আশ্চৰ্য্যান্বিত হলো। শ্ৰীৰঙ্গমৰ মন্দিৰ ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ মন্দিৰ বুলি ভাবিছিলো, কিন্তু ৰামেশ্বৰৰ মন্দিৰ আকৌ তাতকৈও ডাঙ্গৰ আৰু ভাল যেন লাগিল। কত যে দেৱদেবীৰ মূৰ্ত্তি আছে, আৰু মন্দিৰৰ কাৰুকাৰ্য্য দেখি অবাক হব লাগে, এইবিলাক মানুহৰ কাৰ্য্য বুলি বোধেই নহয়। মন্দিৰৰ ভিতৰখন অতি পৰিস্কাৰ, সোণাৰ অসংখ্য সিংহাসন, চৌদল ৫।৬ খন বাটত পৰি আছে, তাক যেন ইচাবৰ ভিতৰত ধৰাৰ লগায়াই নহয়। মন্দিৰৰ ভিতৰত এটা প্ৰকাণ্ড পাথৰৰ ষাড় আছে, ইমান ডাঙ্গৰ ষাড় ইয়াৰ আগে আমি আৰু কতো দেখা নাই। ২ পোষত পুৱাই উঠি, লক্ষ্মণ কুণ্ডত গৈ স্নান কৰি ভুক্ত্যোৎসৰ্গ কৰা হ'ল, তাৰ পাছে সীতাকুণ্ড, ৰামকুণ্ডত মাৰ্জ্জন স্নান কৰি মন্দিৰলৈ আহি ৺ৰামেশ্বৰ শিৱ পাৰ্ব্বতী, বিশ্বেশ্বৰ শিব, নবগ্ৰহ, মহা-লক্ষ্মী, অনন্ত শয্যাশায়ী ভগবান আৰু অন্যান্য বহু দেৱ দেবীৰ দৰ্শন পালো। ইয়াত পূজাৰ বিধান হৈছে, গঙ্গোত্ৰি গঙ্গাৰ জল শিৱৰ মূৰত ঢালাই। তাকে পাবলৈ বৰ দুৰ্ল্লভ, আমাৰ ৮ জনৰ ভিতৰত ৫৲ টকা মূল্যত এছটাক কিনি দিয়া হল। এই দাম পাকা নহয়, লৰচৰ হৈ থাকে। দিনতে ৪।৫ শ

মান চাকি জ্বলিব লাগিছে; ৰাতি বৈদ্যুতিক ল্যাম্প বোধ-হয় ৪০০০ মান জ্বলে। দৰ্শন কৰি বাঁহাৰৈ আহি খায় লৈ উঠি একান্ত ৰামেশ্বৰ চাবলৈ গলো; বাঁহাৰ পৰা ৪॥ মাইল ৰ ঘোৰাৰ ঝট্কাৰে গৈ, উপস্থিত হৈ দেখিলো যে অতি পুৰণা কোন কালৰ পাথৰৰ ঘৰ, মঠ, তাত যে কত কাৰু-কাৰ্য্য আছিল, তাৰ কোনে লেখ দিব? এতিয়া কালৰ কৰাল দংশনত পৰি লাহে লাহে জীৰ্ণ হব ধৰিছে; হায় সৰ্ব্বগ্ৰাহী কাল! তুমিনো কি নকৰা!; ইয়াতে বহি প্ৰভু শ্ৰীৰামচন্দ্ৰে নেকি এদিন তেওঁৰ ভালুক আৰু বানৰ সৈন্যবিলাকে সৈতে লঙ্কাক কেনেকৈ যাব, কেনেকৈবা সেতু বান্ধিব আৰু যুদ্ধ কৰিব, ইত্যাদি বিষয়ৰ মন্ত্ৰণা কৰিছিল দেখি ইয়াৰ নাম "একান্ত ৰামেশ্বৰ" হৈছে। ইয়াত শ্ৰীৰামচন্দ্ৰ, লক্ষ্মণ, সীতা, আৰু হনুমানৰ মূৰ্ত্তি আছে। তাৰ পাছে মঙ্গল কুণ্ড, ঋণ মোচন কুণ্ড, আৰু গণেশ দৰ্শন কৰি বাঁহাক আহিলো। গোটেইখন তীৰ্থৰ দীঘলে বহলে ২৪ মাইল, আৰু গন্ধমাদন পৰ্ব্বতৰ ওপৰত আছে। ইয়াত হাল বাবলৈ নিষেধ গতিকে একেবাৰে খেতি নাই, কেবল বৰ বৰ অসংখ্য তেতেলিৰ গছ আছে, তাকে বেড়া দি চৌকিদাৰে ৰক্ষা কৰে, নতুবা বান্দৰ আৰু বাজে মানুহে খাই ঢুকায়। এই তেতেলিয়েই সিহঁতৰ প্ৰধান ভৰকাৰি, ইয়াকে নাখালে সিহঁত মৰি যাব বুলি কয়; তেতেলি সিজাই ৰস উলিয়াই, তাতে চাউল সিজাই ভাত বান্ধি খায়।

গধূলি আৰতি চাবলৈ যাই দেখিলো যে ৪।৫ হাজাৰমান বৈদ্যুতিক ও তেলৰ চাকি জ্বলিব লাগিছে; বাজনা-ওৱালাই বাজাব লাগিছে। পণ্ডিতবিলাকে বেদ-গান আৰু নানা সুৰে নানা স্তোত্ৰ পাঠ কৰিব লাগিছে। এইবিলাক দেখি মনত বৰ আনন্দ পালো; কেতেকী, চম্পা আদি নানা ৰকম ফুলৰ ও ধূপৰ সুগন্ধে মন্দিৰ আমোদিত হৈছে, এনেকৈ কিছু সময় আৰতি কৰি ভগবানক সোণৰ পাল্কিৰে আনি পাৰ্ব্বতীৰ মন্দিৰত শুৱাই থলে। সেতুবন্ধত এতিয়া পূৰ্ণ বসন্তকাল, কেতেকী ফুল গোটে ৬ পাই আৰু চম্পা ফুলৰ মালা ৩ পাইকৈ বিক্ৰি হয়। যাঁহাক আছি দৰ্জ্জা, খিৰিকি খুলি থালি গাত শুব লাগে, নতুবা গৰমত শুমতি নাহে। কাতিৰপৰা ফাগুণলৈ এই ৫ মাহ বাৰিষা, আমি যোৱাৰ অলপ আগে একেবাহে ১০ দিনমান বৰষুণ হৈ গৈছে এতিয়াও ঠাইয়ে ঠাইয়ে পানী বান্ধি আছে। পাণ্ডাই আমাক কলে "বাবু! ৰাতি ৪ টা বাজাত ভগৱানৰ দুগ্ধস্নান হব, চাবলৈ মই জগাই লৈ যাম আহি।" আমিও সম্মত হৈ শুই থাকিলো। ৰাতি ৪ টা বাজাত আহি জগাই দিলে, হাত মুখ ধুই দুগ্ধস্নান চাবলৈ গলো। ভয়ঙ্কৰ ঘণ্টা বাজিব লাগিছে, তাৰ আওৱাজত গোটেইখন পুৰীৰ মানুহেই সাৰ পায়। আমি গৈ দেখিলো যে মানুহ উঠি, মন্দিৰৰ ভিতৰত শিলৰ কুৱাবিলাকত গা ধুব ধৰিছে। মন্দিৰৰ ভিতৰত চক্ৰ, অগ্নি, শঙ্খ, যমুনা, গঙ্গা, গয়া প্ৰভৃতি ২০ টা প্ৰকাণ্ড প্ৰকাণ্ড পাকা

কুৰা আছে। দুজনী খুব ভাল খীৰতী গাই, বান্ধি থৈছে, গুৱাল, গুৱালনীহঁত মন্দিৰৰ ভিতৰতে শুই আছে; গা ধুই উঠি, গাই খীৰাই সেই দুখেৰে প্ৰভুৰ কণক মূৰ্ত্তিৰ স্নান কৰায়। সোণাৰ পাল্কিৰে আকৌ গধূলি অনা ভোগ মূৰ্ত্তি তেওঁৰ নিজ আসনলৈ নিয়ে; এই আনা নিয়াৰ আড়ম্বৰ দেখিলে অবাক হব লাগে। সোণাৰ বটাত কৰ্পূৰ, তম্বুল, পিকদান লগে লগে আছেই, সোণাৰ দণ্ড, ছত্ৰ ধৰি চামৰ ঢুলাই ঢুলাই নানা গান বাদ্য কৰি সন্ধ্যাবেলা লৈ যায়, আকৌ পুৱাই লৈ যায়। এই যে আনা নিয়া কৰে এইজন ৰামেশ্বৰ শিবৰ চলন্তা বা ভোগ মূৰ্ত্তি বা স্বৰ্ণ মৰ্ত্তি; আচল জনক লৰাব নোৱাৰে। মন্দিৰত সোমাই, পূজা, আৰতি, স্নান আদি দেখাৰ সময় পৃথিবীত থকা বুলি বোধ নহয়; সাক্ষাৎ গোলকধামত ভগৱানৰ নিত্য পূজা দেখা যেন মনত লাগে। এই ৰামেশ্বৰ পুৰী, ভাৰতৰ চাৰি ধামৰ এক ধাম, আৰু শিৱলিঙ্গ দ্বাদশ জ্যোতিৰ্লিঙ্গৰ ভিতৰৰ অন্যতম লিঙ্গ। সেতুবন্ধ তীৰ্থ সম্বন্ধে প্ৰভু শ্ৰীৰামচন্দ্ৰৰ নিজ মুখৰ উক্তি এই—

"প্ৰণমেৎ সেতুবন্ধং যো, দৃষ্ট্বা ৰামেশ্বৰং শিবম।
ব্ৰহ্মহত্যাদি পাপেভ্যো, মুচ্যতে মদনুগ্ৰহাৎ॥"

ৰাৱণ বধ কৰি, সীতাক উদ্ধাৰ কৰি লৈ আহি প্ৰভুই ৰাৱণ বধ পাতক এৰাবৰ নিমিত্তে এই ঠাইত শিৱ স্থাপন কৰিবৰ মন কৰি ভক্ত শ্ৰেষ্ঠ হনুমানক কৈলাসলৈ শিৱ লিঙ্গ আনিবলৈ পঠাই দিয়ে। হনুমানে কৈলাসলৈ গৈ শিৱক

বিচাৰি নাপাই, লিঙ্গ অনাত পলম কৰিলে, অথচ ইফালে শুভ মুহূৰ্ত্ত পাৰ হৈ যায় গতিকে বালিৰ এটা এহাত পৰিমাণ লিঙ্গ সাজি শ্ৰীৰামচন্দ্ৰে ও সাতাদেবীয়ে স্থাপন কৰিলে। ইয়াৰ অলপ পাছত হনুমানেও ২টা লিঙ্গ লৈ আহি উপস্থিত হৈ এই কাণ্ড দেখি মৰণান্তিক কষ্ট পাই, মহাশোকে বিলাপ কৰি, প্ৰভুক কলে "প্ৰভো! আপোনাৰ আগে স্থাপন কৰা মূৰ্ত্তি তুলি পেলাই মই আনা লিঙ্গ স্থাপন কৰক।" প্ৰভুই হনুমানক প্ৰবোধ দিবৰ নিমিত্তে কলে "হনুমান! মই নিজে স্থাপন কৰি নিজে তোলা ভাল নহয়, লিঙ্গ মূৰ্ত্তি তুমি তুলি একাষৰীয়াকৈ থোৱা, তুমি আনা লিঙ্গ তাতে মই স্থাপন কৰিম।" এই কথা কোৱাত হনুমানে উৎসাহিত হৈ লিঙ্গ মূৰ্ত্তি নেজেৰে মেৰাই ধৰি তুলিবলৈ যথাসাধ্য বল দিয়াত, তুলিব নোৱাৰি, নিজে গৈ বহু দূৰত উফৰি পৰি তেজে বতিয়াবলৈ ধৰিলে, আৰু তৎক্ষণাৎ জ্ঞানৰ উদয় হোৱাত শ্ৰীৰামচন্দ্ৰৰ চৰণত পৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। তেতিয়া শ্ৰীৰামচন্দ্ৰে কলে "হনুমান! আমি যাক স্থাপন কৰিছো তাক তুমি গাৰ বলেৰে তুলি পেলাব খোজা অন্যায় হৈছে। আৰু তুমি আনা লিঙ্গও বৃথা যাব নোৱাৰে," এই বুলি একনক তাতে, আৰু অপৰ লিঙ্গটো কাশীত স্থাপন কৰিলে বুলি প্ৰবাদ চলি আছে। এতিয়াও ৰামেশ্বৰত হনুমানে আনা লিঙ্গৰ নাম বিশ্বেশ্বৰ শিব। দাক্ষিণাত্যত সোমোৱাৰপৰাই দেখিলো যে যাত্ৰীক দেৱতা

স্পৰ্শ কৰিবলৈ নিদিয়ে। দূৰৰপৰা দৰ্শন কৰিব লাগে, আৰু কোনো প্ৰসাদ আদি দিব লাগিলে বা পূজা কৰিব লাগিলে, সেই সকলো বস্তু পাণ্ডাৰ হাতত দিব লাগে। ইয়াত চাব লগীয়া দেবদেবীৰ মূৰ্ত্তি আদি—গণেশ, কাৰ্ত্তিকেয়, হনুমান, মাধৱকুণ্ড, শিবকুণ্ড, বৃষভ, অষ্টলক্ষ্মীমণ্ডপ, শ্ৰীশ্ৰীৰামেশ্বৰীদেবী ইত্যাদি। ইয়াত কাৰ্ত্তিকক "সুব্ৰহ্মণ্য দেব" বোলে, আৰু প্ৰায় প্ৰত্যেক দেৱালয়তে কাৰ্ত্তিকৰ মূৰ্ত্তি আৰু পূজাৰ বিধান আছে।

---

## ৩০। ধনুষ্কোটী-তীৰ্থ।

৩ পুহ তাৰিখে পুৱাই উঠি বাবাৰ দুগ্ধ স্নান চাই ধনুষ্কোটী তীৰ্থ চাবলৈ ৶৬ পাইৰ টিকেট কিনি ৰেইল গাড়ীত উঠিলো। দুয়োফালে অকূল সমুদ্ৰৰ মাজে মাজে সেতুৰ ওপৰৰ ৰেলৰ ৰাস্তাৰে ১৪ মাইল ৰেইল চলি গৈছে। বাটত সাগৰৰ মাজৰ বালিত কেতেকী ফুলৰ ঝাৰত কেতেকী ফুল অসংখ্য ফুলি আছে; দুই ফালৰপৰা সাগৰৰ পৰ্ব্বতাকাৰ ঢৌবিলাক আহি বাটৰ গাত আছাৰ খাই খাই মহাশব্দে পৰিব লাগিছে, আৰু প্ৰত্যেক বাৰতে চিনিব নোৱাৰা অসংখ্য জীবজন্তু ও শঙ্খ শামুক, কড়ি আদি সাগৰত জন্মা জীৱৰ পৰা হোৱা বস্তু বিলাক এৰি থৈ যাব লাগিছে। এইবিলাক দৃশ্য দেখি দেখি আধা ঘণ্টা মানৰ ভিতৰতে গৈ ষ্টেচন পালো।

তাৰপৰা আকৌ ২ মাইলমান বহলা বাগ ভাঙি হাঁথৰে তীৰ্থ পালো। লঙ্কা জয় কৰি ফিৰি অহাত সমুদ্ৰৰ প্ৰাৰ্থনা শুনি শ্ৰীৰামচন্দ্ৰে লক্ষ্মণক এই সেতু কাটি দিবৰ অনুমতি কৰিছিল। শ্ৰীৰাম চন্দ্ৰৰ আদেশে লক্ষ্মণে ধনুৰে এই সেতু কাটি দুই খণ্ড কৰি দিয়াত ইয়াৰ নাম "ধনুষ্কোটি" তীৰ্থ হৈছে। ইয়াৰে পৰা দুই ফালৰ সমুদ্ৰ লগলাগি এটা মহাসমুদ্ৰত পৰিণত হৈছে।

ইয়াত চিৰস্থায়ী বাসিন্দা মানুহ কোনো নাই, কেৱল সাগৰৰ বালিত অস্থায়ী ভাবে নক নক পঁজা বান্ধি ২।৪ টা পাণ্ডা আছে। ৰেইল গাড়ীখন কেৱল যাত্ৰী আনা নিয়া কৰাৰ নিমিত্তেহে তালৈ যায়। যাহোক আমি যাই তাত ব্ৰাহ্মণ পাই, স্নান, তৰ্পন পিণ্ড দান আদি আবশ্যকীয় তীৰ্থকৃত্য কৰি ১০টা বজাত আকৌ দৌৰি আহি কোনো-মতে গাড়ীখন ধৰি ফিৰি আহি ১১টা বজাত বাঁহা পালো। ভাঠি বেলিকা আকৌ মন্দিৰ ও পুৰীখন চাৰিওফালে ভালকৈ ফুৰি চাই ৰাতি থাকি ৪পুহ তাৰিখে পুৱা ৯টা বজাত ১৸৵০ আনাকৈ টিকেট কৰি মাদুৰালৈ যাত্ৰা কৰিলো। আজ মনে মনে জন্মভূমি ভাৰতবৰ্ষক অশেষ ধন্যবাদ দি ইয়াত জন্ম ধৰাৰ বাবে নিজকো ধন্য মনে কৰিলো। মহাপুৰুষ মাধৱদেৱে ৰচনা কৰা তুলভ লিখা বড়গীতটো মনত পৰিল—

"ধন্য ধন্য কলিকাল, ধন্য নৰ তনু ভাল, ধন্য ধন্য ভাৰতবৰিষ।
তপ জপ, যজ্ঞ তেজি, তোমাৰ নামত মজি, তুয়াপদ কৰিলো
ভৰষা"

এই পুহৰ ৭ তাৰিখে আসামত বৰফ পৰা জাৰ, পশ্চিমে শৰৎ কাল, দাক্ষিণাত্যৰ আধাত বৰ্ষা, আৰু আধাত বসন্ত—এনেকৈ একে সময়তে যি ভাৰতবৰ্ষত সকলো ঋতুই খেলা কৰে, এনে আৰু কোনবা দেশ পৃথিবীত আছে নে, নাই আমি কব নোৱাৰো।

---

৩১। মাদুৰা

বাটত কলগছৰ বাগিচা, ধানৰ খেতি, নাৰিকল আৰু তালৰ গছ, আৰু নগৰ চিৰসঙ্গী বাবলা আৰু অন্যান্য কাটাৰ গছ দেখি দেখি গধূলি ৫॥ টা বাজাত গৈ মাদুৰা ষ্টেশ্যন পালো। ওচৰৰ এখন চৌলট্ৰিলৈ গৈ খালি কোঠা নাপাই বাৰান্দাত বস্তু বাহানি থৈ, পালা কৰি দৰ্শন কৰিম বুলি আমাৰ সঙ্গী ২ জনক মালৰ লগত বহাই থৈ পাণ্ডা এজন ধৰি দেৱালয় দেখি একেবাৰে গোলোক ধাঁধাত পৰি গলো। আগে যি কেইখন দেখি আহিলো, এইখন যেন সেই আটাই কেইখনতকৈ ডাঙৰ বুলি বোধ হল। এই মন্দিৰৰ প্ৰধান শিৱৰ নাম সুন্দৰেশ্বৰ শিৱ, আৰু দেৱীৰ নাম মীনাক্ষী দেৱী। ইয়াৰ ৯টি গোপুৰম বা বাট ঘৰ আছে, তাৰ ভিতৰত চাৰিটা চাৰি দৰ্জ্জাত যেন আকাশ লঙ্ঘি আছে। তাৰ কাৰুকাৰ্য্য, দেব দেৱীৰ মূৰ্ত্তি আৰু দেৱালয়ৰ ভয়ঙ্কৰ আকাৰ দেখি ই, মানুহৰ কাম

বুলি কল্পনাই কৰিব নোৱাৰি। আজি এই তীৰ্থতো কিবা মেলা হৈছে, মন্দিৰৰ ভিতৰত প্ৰায় ১০০০ মান বা তাতকৈও বেছি মানুহ দোকান দি, ছিলাইৰ কল আদিৰে কাম কৰি আৰু দৰ্শক ভাবে ইফালে সিফালে ফুৰি আছে। ২ টা দন্তাল হাতীৰ পিঠিত সোণালী গাদিছা পাৰি এটি এটিকৈ তাৰ ওপৰত সোণাৰ কলসী লৈ পাণ্ডা বহিছে, তেওঁলোকৰ ওপৰত সোণালী ছত্ৰ ধৰি নানাৰূপে গান বাদ্য কৰি ৫০০ মান মানুহে সৈতে মন্দিৰৰ ভিতৰতে থকা, এটা শিলৰ পুখুৰীৰ পৰা ভগবতীৰ স্নানৰ পানী আনিব লাগিছে। সোণৰ এখন প্ৰকাণ্ড চৌদলত ২০ জন মান বামুণ দুলিয়া হৈ ভগবতীক ফুৰাবলৈ নিব ধৰিছে। ওজা-পালীৰ গীত, ব্ৰাহ্মণবিলাকৰ মন্ত্ৰোচ্চাৰণ ভক্ত সকলৰ গান সকলো মিলি কি যে এক অপূৰ্ব্ব উৎসৱত পৰিণত হৈছে তাক লেখি বুজাবৰ ক্ষমতা নাই। এনেকৈ নিতৌ পানী আনি ভগৱতীক স্নান কৰায়। তাৰ পৰা সেই মন্দিৰৰ ভিতৰতে থকা শিবৰ তালৈ গৈ যে দেখিলো, তাতো ঠিক একে ৰকমৰ সমা-ৰোহ ও পূজা আদি চলিব লাগিছে। এইবিলাক দেখি বৈকু-ণ্ঠত দেবৰ্ষি নাৰদে যে এদিন গোলক ধাঁধাত পৰিছিল সেই কথাটো মনত পৰিল, আৰু এইখন পৃথিবীয়েই নে প্ৰভুৰ সেই নিত্যধাম বৈকুণ্ঠ পুৰীয়েই বুলি মনত বাৰ বাৰ প্ৰশ্ন উঠিবলৈ ধৰিলে। দেৱালয়ৰ বিভবৰ আদি অন্ত নাই। সোণা, ঘটি বাটি কৰা কাঁহ পিতল বুলি বোধ হ'ল।

দেৱতাৰ গাত যি বিলাক মহা মূল্য মণি ৰত্ন আছে, তাৰ যে কিমান মূল্য তাক কোনে কব ? এই মহাদেব আৰু দেবীৰ সম্বন্ধে প্রচলিত কথা এই—যে—দেবৰাজ ইন্দ্র এক সময়ত নানা ৰকম পাপত লিপ্ত হৈ স্বর্গভ্রষ্ট হৈছিল, পিছে এই স্থন্দৰেশ্বৰৰ কৃপাত আকৌ স্বৰ্গৰাজ্য পালে। আৰু শ্রীৰামচন্দ্রে সীতা দেবীৰ উদ্ধাৰৰ সঙ্কল্প কৰি এই মহাদেবৰ পূজা কৰিছিল। এই নিমিত্তে প্রতি বছৰে বৈহাগ মাহৰ পূর্ণিমা তিথিত ইয়াত ইন্দ্রোৎসব বুলি এটা মহা মেলা হয়। মীনাক্ষী দেবীৰ সম্বন্ধে এই ৰকম কথা প্রচলিত আছে যে পাৰ্ব্বতী নেকি এক সময়ত শিবৰ অভিশাপত পৃথিবীত মনুষ্য জন্ম ধৰিব লগাত পৰিছিল। পিছে আকৌ শিবৰ নির্দ্দেশ মতেই এই মাদুৰাধিপতি মলয়ধ্বজৰ ঘৰত ৩টি স্তন লৈ জন্মিছিল, আৰু এই সময়ত দৈববাণী হৈছিল যে এই কন্যাৰ ভাবী স্বামীৰ লগত দেখা দেখি হলেই তৃতীয় স্তনটী লুপ্ত হব। তাৰ পাছত স্থন্দৰেশ্বৰ মহাদেব এদিন সন্ন্যাসী ৰূপ ধৰি আহি দেবীৰ আগত ঠিয় হোৱা মাত্রেই তৃতীয় স্তনটী নোহোৱা হল। পিছে মহাৰাজ মলয় ধ্বজে এই ঘটনাটী দেখি অতি আচৰিত মানি কন্যাটিক এই সন্ন্যাসীৰূপী শিৱক দান কৰিলে। তেতিয়াৰ পৰাই এই দেৱালয় হৈছে। ইয়াত পৰ্ব্বৰ সময়ত দেৱতা ওলাই বহা ঘৰটি ১০০০ হাজাৰী শিলৰ খুটাৰ ঘৰ। একোটা খুটা দুজনৰ বেৰ, আৰু ১২।১৪ হাত উচা হব। তাৰ গাত নানা ৰকমৰ

কাৰু কাৰ্য্য আছে। অন্য সময়ত ঘৰটি একেবাৰে খালি পৰি থাকে; এনে হাজাৰী থুমৰ বৈঠকখানা প্ৰত্যেক ডাঙৰ দেৱালয়তে আছে। ইয়াত লক্ষ্মী, নৱগ্ৰহ, ভগবান বিষ্ণু আদি বহু দেব দেবী দৰ্শন কৰি ৰাতি ১২ টা বাজাত ৩৷৵৬ পাই কৈ টিকেট কৰি চিদাম্বৰমলৈ যাত্ৰা কৰিলো।

---

## ৩২। চিদাম্বৰম

পুহৰ ৫ তাৰিখে দিনৰ ১২ টা বাজাত চিদাম্বৰম পাই দেখিলো যে সেইদিনা মেলা হৈছে। ষ্টেচনৰ পৰা এখন ঝট্‌কাত চামন তুলি দি আমি বুলি গলো, দুই মাইল মান দূৰৈত গৈ মন্দিৰৰ ওচৰতে এটা চোলট্ৰি বা ধৰ্ম্মশালাত থাকি খোৱা লোৱা কৰাত ৪ টা মান বাজিল। মন্দিৰলৈ গৈ এইখন আন বিলাকত কৈ সকলে ডাঙৰ একো ঠিক কৰিব নোৱাৰিলো। বাহিৰৰ মানুহৰ একো ঠিক কৰিব নোৱাৰি, কিন্তু মন্দিৰৰ ভিতৰত বোধ হয় ১০০০ মান মানুহ আছে। মন্দিৰৰ ভিতৰতে প্ৰকাণ্ড শিলৰ পুখুৰী এটা আৰু পাকা কুঁৱা যে কিমান আছে ঠিক কৰিব নোৱাৰিলো। দেৱ দেৱীৰ মুৰ্ত্তিৰ অন্ত নাই, আজি বৰ ক্লান্ত হৈছো গতিকে বেছি ঘুৰফুৰি সেৱা কৰি গৈ বাঁহাত শুই থাকিলো। জাৰ নাই, গৰমো বেছি নহয়, কিন্তু ধৰ্ম্মশালা বিলাকত মাটিত শুই ধূলাত আমাৰ গাত ও কাপোৰত এবিধ বগা গুকণি

বাঁহা ললে। দিনত গা খুব খজুৱায়, ৰাতি হলে পকবাৰ নিচিনা এবিধ জন্তু গাত বুলি ফুৰে, খুজলিত টোপনি নাহে, মহা অশান্তি হল। আগে চাহিয়ে ধৰিলে বুলি ভাবিছিলো, পিছে দিনত খুব ভালকৈ অনুসন্ধান কৰি দেখিলো যে অলপ ডাঙৰ আৰু টান এবিধ বগা অৰুণি। ৬পুহ তাৰিখে পুৱাই স্নান কৰি মন্দিৰলৈ যাই চিদাম্বৰম অৰ্থাৎ নটৰৰ শিব দৰ্শন কৰা হল। এইটো ভোগ মূৰ্ত্তি। মূল সদাশিৱৰ কোন মূৰ্ত্তি ইয়াত নাই, কাৰণ ইয়াত তেওঁৰ অষ্ট মূৰ্ত্তিৰ ভিতৰত আকাশ মূৰ্ত্তি বিৰাজ কৰিছে। প্ৰত্যেকে ১৲ টকা হিচাবে তুলি সেই টকাৰে মোহনভোগ আৰু অন্যান্য নৈবিদ্য দি ভগৱতী, পাৰ্ব্বতী, মহালক্ষমী, নবগ্ৰহ, বিশ্বেশ্বৰ, প্ৰভৃতি নানা দেৱদেৱী দৰ্শন কৰি প্ৰসাদ আদি খাই বাঁহালৈ আহিলো; কিন্তু এনে মোহন ভোগ মোৰ জীৱনত মই কেতিয়াও খোৱা নাই, তাৰ সুঘ্ৰাণ আৰু সোৱাদ আজিও মোৰ যেন নাক মুখত লাগিয়েই আছে। বাঁহাত আহি খাই বৈ ১২টা বজাত দোৱা-দোৰিকৈ আহি ষ্টেচনত দেখো যে গাড়ী আহি ষ্টেচনত বৈ আছে। মানুহৰ অত্যন্ত ভিৰ ঠেলি যুজ কৰি গৈ গাড়ীত উঠোতে মোৰ ছোলাৰ জেপৰপৰা ১৩০৲ টকাৰ নোট আৰু নগদ আৰু ভঙনীয়া কিছুমানে সৈতে সৰ্ব্বমোট ১৪৫৲ টকা মোৰ যথাসৰ্ব্বস্ব পৰি হেৰাল বা কোনোবা চোৰে চুৰি কৰি নিলে। মই একেবাৰে কপৰ্দ্দক শূন্য হলো; এই ঘটনা মোৰ জীৱনত এইবাৰ প্ৰথম ঘটিল, যাহওক মোৰ লগৰ মানুহৰপৰা টকা

ধাৰ কৰি লৈ. তাৰপৰা কাঞ্চিভৰম্ ষ্টেচনলৈ প্ৰত্যেকে ২৷৩ পাইকৈ টিকেট কৰি ৰাওনা কৰিলো, আৰু ৰাতি আহি শিৱ কাঞ্চি পাই ধৰ্ম্মশালাত থাকিলো। এই চিদাম্বৰম্ সম্বন্ধে পুৰণা প্ৰবাদ এই চলিত আছে যে এক সময় গৌড়াধিপতি মহাৰাজ শ্বেতবৰ্ণৰ শ্বেত কুষ্ঠৰোগ হোৱাত ব্যাঘ্ৰপাদ নামে এজন ঋষিৰ আজ্ঞায় ইয়ালৈ আহি হেমতীৰ্থত স্নান কৰি ৰোগমুক্ত হৈছিল। এই তীৰ্থত নটেশ্বৰ মহাদেৱত বাদেও ভগৱান শিৱৰ ব্যোম অৰ্থাৎ আকাশ মূৰ্ত্তি আছে। কাৰো কাৰো মতে এই মন্দিৰ ব্ৰহ্মাই স্থাপন কৰা বুলিও প্ৰবাদ আছে। ইয়াতো আগে কৈ অহা হাজাৰ থুমৰ বৈঠকখানা আছে। তাত বাজে কনকসভা, চিৎসভা, দেৱসভা, নৃত্যসভা গোবিন্দৰাজ বিঘ্নেশ্বৰ, হেমতীৰ্থ, শিৱকামী দেৱীৰ মন্দিৰ, কাৰ্ত্তিকেয় ও শিৱগঙ্গা আছে।

---

## ৩৩। কাঞ্চী-নগৰী

এই কাঞ্চি নগৰী শিৱ কাঞ্চি ও বিষ্ণু কাঞ্চি নামে দুই ভাগত বিভক্ত। ষ্টেচনৰ পৰা ১॥ মাইল দূৰত শিৱ কাঞ্চিৰ এক চৌলট্ৰি বা ধৰ্ম্মশালাত হৈ ৰাতি থাকিলো। কাঞ্চি সম্বন্ধে পুৰণা শ্লোক এটি আছে যেনে—

পুষ্পেষু জাতি, নগৰেষু কাঞ্চী, নাৰীষু ৰম্ভা, পুৰুষেষু বিষ্ণুঃ।
নদীষু গঙ্গা, নৃপতিষু ৰামঃ, কাব্যেষু মাঘঃ, কবি কালিদাসঃ॥

এই সর্ব্বশ্রেষ্ঠ নগৰী কাঞ্চীপুৰীত পুহৰ ৭ তাৰিখে পুৱাই উঠি সৰ্ব্ব তীৰ্থ কুণ্ডত প্ৰাতঃ স্নান কৰা হ'ল, আৰু শিব গঙ্গাত আচমন কৰি একাম্ৰ শিৱৰ পুৰী যে সোমালো ইয়ো এটা প্ৰকাণ্ড কাণ্ড! সেই প্ৰকাণ্ড গোপুৰম্ পাৰ হৈ গৈ নানা কাৰু-কাৰ্য্য খচিত, নানা দেবদেবীৰ মূৰ্ত্তি পৰিপূৰ্ণ প্ৰকাণ্ড মন্দিৰত একাম্ৰ ভগবান শিব আছে। এই কাঞ্চী তীৰ্থ, সপ্ত মোক্ষদায়িকা তীৰ্থৰ এক তীৰ্থ; কাশীৰ নিচিনা ইয়াতো দাক্ষিণাত্যৰ হিন্দুবিলাকে, ইয়াত মৃত্যু হলে পুনৰ্জ্জন্ম নহয় বুলি, কাঞ্চী বাস কৰে।

এই পুৰী দাক্ষিণাত্যৰ কাশী। এই কাঞ্চী সম্বন্ধে পুৰাণ কাহিনী এই—এদিন কৈলাসত ধেমালি কৰি পাৰ্ব্বতীয়ে মহাদেৱৰ ৩ টা চকু ঢাকি ধৰাত এক মুহূৰ্ত্ততে প্ৰলয় হবৰ লক্ষণ হৈছিল। এই বেয়া কামটি কৰাৰ নিমিত্তে শিৱৰ আদেশে পাৰ্ব্বতী পৃথিবীলৈ আহিবৰ বাধ্য হৈছিল। পিছে ভগৱতী পৃথিবীলৈ আহি এই মন্দিৰত লাগি থকা আম গছ ডালিৰ তলত, মাটীৰ শিৱলিঙ্গ সাজি পূজা কৰিবলৈ ধৰিলে। আশুতোষ মহাদেবে, এই কথা জানিব পাৰি ইয়ালৈ আহি এই আম ডালিৰ চাৰি ঠালৰ চাৰি ৰকমৰ অৰ্থাৎ টেঙ্গা, তিতা, কাহা, মিঠা, এই চাৰি ৰকমৰ ফল গ্ৰহণ কৰি একাম্ৰনাথ নামে প্ৰসিদ্ধ হল। এই গছ ডালি এতিয়াও চাৰিটা প্ৰকাণ্ড ঠালে সৈতে, মন্দিৰৰ গাত লাগি আছে, কিন্তু আমি যোৱাৰ সময় ফল ধৰা নাই গতিকে

সোৱাদ চাবলৈ নাপালো। চাৰি ঠালত চাৰি ৰকম সোৱাদৰ ফল হয় বুলি প্ৰবাদ হে শুনি আছিলো। এই ঠাইত শিবৰ ক্ষিতি মূৰ্ত্তি বিৰাজমান আছে। এই মূৰ্ত্তি মাটীৰে সজা, কাজেই পাত পানী দি স্নান পূজা কৰিব নোৱাৰে। সোণৰ ভোগ মূৰ্ত্তি আছে, তাতেহে স্নান ও পূজা কৰে। ইয়াত একাম্রনাথ শিব, কামাক্ষী দেবী, কন্দৰ্পেশ্বৰ মহাদেব, কৈলাস নাথ, ত্ৰিবিক্ৰম, বামন অৱতাৰৰ প্ৰকাণ্ড মূৰ্ত্তিও শঙ্কৰাচাৰ্য্যৰ মূৰ্ত্তি, ইত্যাদি দেখিব লগীয়া দেৱতা আছে। এই বিলাক দৰ্শন কৰি ইয়াৰ পৰা ২ দুই মাইল দূৰ বিষ্ণুকাঞ্চীলৈ গলো। বিষ্ণুকাঞ্চীতো ঠিক একে ৰকমৰ মঠ মন্দিৰ; তাত নৃসিংহ ভগবান, লক্ষ্মীদেবী ও নবগ্ৰহৰ, মূৰ্ত্তি দৰ্শন কৰিলো। দেৱালয়ত বেদ বিদ্যালয় আছে, এই বিলাক দেখি, নগৰ চাই, ভাটি বেলা ১০ পাইৰ টিকেট কৰি, মাদ্ৰাজলৈ যাত্ৰা কৰিলো।

---

## ৩৪। মাদ্ৰাজ

এই মাদ্ৰাজ নগৰখন দীঘলে ৯ মাইল আৰু পঠালি ৩ মাইল ডাঙৰ। ইষ্ট ইণ্ডিয়া কোম্পানীৰ ফ্ৰান্‌ছিয়াডে নামে এজন প্ৰধান কৰ্ম্মচাৰী ১৬৪৫ খ্ৰীষ্টাব্দত, এই চহৰখনি প্ৰথমে স্থাপন কৰে। গধূলি ৮ টা বাজাত আহি মাদ্ৰাজ পাই এগ্‌মোৰ নামে ঠাই এডোখৰত এটা ধৰ্ম্মশালা বা চৌলট্ৰিত

থাকিলো। এই ধৰ্ম্মশালাটো চহৰৰ পশ্চিমে, আৰু ৰেইলওৱে ষ্টেচনৰ ওচৰতে, বৰ ডাঙ্গৰ আৰু পৰিষ্কাৰ ঘৰ, কিন্তু পাগ-ঘৰ বৰ সুবিধাৰ নেদেখি আমি মুকলিতে পাগ কৰি খালো। ৮ পুহ পুৱাই ট্ৰামত উঠি সমুদ্ৰৰ কাষৰ প্ৰধান ৰাস্তাৰে নগৰ আৰু সমুদ্ৰ চালো। চহৰৰ ভিতৰত দুই ৩ খন ডাঙ্গৰ বাজাৰ, হাইকোৰ্ট, আৰু সমুদ্ৰৰ কাষৰ বন্দৰ চালো ইয়াত সমুদ্ৰৰ মূৰ্ত্তি বৰ ভয়ানক অনবৰত পৰ্ব্বত আকাৰ ঢৌ-বিলাক আহি পাৰৰ কাষৰ শিলত লাগি কেবল বগা ফেন-ময় কৰি থৈ যাব লাগিছে। পাৰ কম মজবুত হোৱা হলে চহৰ ইমান দিন টিকি থাকিব নোৱাৰিলে হৈ। চহৰৰ কাষৰ পৰা পানীৰ বহু দূৰলৈ, কেবল শিলেৰে ভৰা আৰু পাৰখন খুব মজবুতকৈ শিলেৰে বন্ধাইছে। পানীত থকা শিলবিলাক বোধ হয় স্বাভাৱিকে তাতে থকা শিল নহয়, মানুহে আনি পেলাই দিছে। বোম্বাইতকৈ ইয়াত জাহাজৰ সংখ্যা বহুতো কম, আৰু আন সকলো ৰকমে এই চহৰ বোম্বাইতকৈ সৰু। ইয়াত চাব লগীয়া প্ৰধান ঠাই চেণ্টজৰ্জকোৰ্ট, পিপলচ্ পাৰ্ক, বা চিৰিয়াখানা, যাদুঘৰ, মুৰমাৰ্কেট, ৰবিনচন্ পাৰ্ক, পাৰ্থসাৰথী মন্দিৰ, কপালেশ্বৰ মন্দিৰ, ইত্যাদি। সাগৰৰ কাষেৰে যোৱা মেৰিনা ৰাস্তাৰ কাষত "একোৱেৰিয়ম" বা সমুদ্ৰ জীৱৰ ঘৰ আছে। ইয়াত কাচৰ টোবাচ্ছাত সমুদ্ৰৰ নানা ৰকমৰ জীৱ জিয়াই ৰাখিছে। সোমাবলৈ /০ অনাকৈ মাচুল দিব লাগে। গবৰ্ণৰৰ পেলেছ দেখিব লগীয়া। আমি ইয়াৰ

কিছুমান চাই, চেণ্ট্ৰেল ষ্টেচনৰ পৰা ৰাতি ৮ টা বাজাত ১০৵০ আনাকৈ টিকেট কৰি ওৱাল্টাইয়াৰলৈ যাত্ৰা কৰিলো।

---

## ৩৫। ওৱাল্টাইয়াৰ

৯ পুহ ৰাতি আহি ওৱাল্টাইয়াৰ পাই, এটা ধৰ্ম্মশালাত থাকি, পুৱাই উঠি চহৰ চালো। চহৰখন বৰ ডাঙ্গৰ নহয় অতি পৰিষ্কাৰ আৰু সমুদ্ৰৰ পাৰত। নগৰৰ দক্ষিণ ফালে সমুদ্ৰৰ পাৰখনত দাঘলে ২ এখন মধ্যম ৰকমৰ পৰ্ব্বত আছে। এই পৰ্ব্বতত উঠিলে নগৰৰ ও সমুদ্ৰৰ শোভা দেখিবলৈ অতি মনোৰম। ৰাতিয়ে দিনে, সদাসৰ্ব্বদায় সমুদ্ৰৰ হাওৱা পোৱা যায় গতিকে এই নগৰখনি এখনি স্বাস্থ্য নিবাস হৈছে। ক্ৰমে ২ বাসিন্দা মানুহৰ সংখ্যা আৰু ঘৰ, দালানৰ সংখ্যা বাঢ়িবই লাগিছে। খোৱা বস্তু বাহানি, শাক পাচলি আদি যথেষ্ট পোৱা যায়, কিন্তু বেহাৰৰ তেল পানলৈ নাই। ৰাস্তাবিলাক খুব ডাঙ্গৰ আৰু পৰিষ্কাৰ, চহৰ ফুৰি আমাৰ মনত বৰ ফূৰ্ত্তি লাগিছিল। ইয়াত কেৱল চহৰ চোৱাত বাজে, হিন্দুৰ কোনো তীৰ্থ নাই, গতিকে খাই-দাই ৰাতি ষ্টেচনলৈ আহি প্ৰত্যেকে ৬৷০ অনাৰ টিকেট কৰি খুৰদা জংচনলৈ ৰাওয়ানা কৰিলো। ১০ পুহ তাৰিখে আহি খুৰদা ৰোড্ পায় তাৰে পৰা আকৌ ॥৴৩ পাইকৈ টিকেট

কৰি পুৰীলৈ যাত্ৰা কৰিলো, আৰু পুৱা ৭ বজাত আহি পুৰী ষ্টেচন পালো।

---

## ৩৬। পুৰুষোত্তম বা জগন্নাথপুৰী বা শ্ৰীক্ষেত্ৰ

বঙ্গোপসাগৰৰ পাৰত উৰিষ্যাৰ ভিতৰত পুৰী এখনী চহৰ। আৰু হিন্দুৰ সপ্ততীৰ্থৰ ভিতৰত এখন মস্তা তীৰ্থ। এই উৎকলতে সতীৰ নাভি পৰিছিল, এতেকে দেবীৰ নাম বিমলা, আৰু ভৈৰব জগন্নাথ। পুৰী ষ্টেচনৰ পৰা, তীৰ্থ স্থান ১॥ মাইল দূৰ। ইয়াতো ধৰ্ম্মশালা আছে, কিন্তু পুৰীৰ পাণ্ডা বিলাকে যাত্ৰীক যিমান যত্ন কৰে, তাত ধৰ্ম্মশালাত থকাৰ একো দৰ্কাৰ নহয়। আমিও ধৰ্ম্মশালাত নাথাকি আমাৰ আসামৰ পাণ্ডা শ্ৰীযুত ভীমসেন মহাপাত্ৰৰ অথিত খানাত গৈ থাকিলো।

জগন্নাথ সম্বন্ধে শাস্ত্ৰীয় কথা এই—যে মালব দেশাধিপতি পৰম ধাৰ্ম্মিক মহাৰাজ ইন্দ্ৰদ্যুম্নে, এজন সন্ন্যাসীৰ মুখত জানিলে যে নীলাচল পৰ্ব্বতত থকা, অক্ষয় বটৰ মূলত স্বয়ং নীল মাধব ভগৱান আছে। ইন্দ্ৰদ্যুম্ন মহাৰাজে এই কথা শুনি তেওঁৰ পুৰোহিতৰ ভায়েক বিদ্যাপতিক শ্ৰীক্ষেত্ৰলৈ পঠাই দিয়ে। বিদ্যাপতি নিজে বহু পৰিশ্ৰম কৰি, আৰু বিশ্ব বসু নামে এজন হীন জাতিৰ মানুহৰ অনুগ্ৰহত নীল মাধব দৰ্শন

কৰি দেশলৈ ফিৰি গল। বিদ্যাপতি যি দিনা ফিৰি গল, সেই দিনাই ডাঙৰ বতাহ বৈ, সাগৰৰ ঢৌ উঠি সাগৰৰ পৰ্ব্বতাকাৰ বালি, নীল মাধৱক ঢাকি ভলকৈ থলে। সিকালে মহাৰাজ ইন্দ্ৰদ্যুম্নে, বিদ্যাপতিৰ মুখে নীল মাধৱৰ বৃত্তান্ত শুনি, ৰাণীক নিজৰ লৰা ছোৱালীক, মিতিৰ কুটুম ও প্ৰজা বিলাকক লগত লৈ মহাড়ম্বৰে সৈতে নীল মাধৱ দৰ্শন কৰি বলৈ, আহি দেখা নাপায়, মহাশোকে কান্দি কাতি মূৰ্চ্ছিত হল। তাৰ পৰে দেবৰ্ষি নাৰদৰ আদেশে তাতে সহস্ৰ অশ্বমেধ যজ্ঞ কৰাত, ভগবান সন্তুষ্ট হৈ যজ্ঞ শেষ হবৰ দিনা ৰজাক স্বপ্নাদেশ কৰিছিল যে, কালি পুৱাই তুমি সমু-দ্ৰৰ পাৰলৈ গৈ যি প্ৰকাণ্ড গছ এডাল পাবা, তাকে নীলা-চললৈ নি মোৰ মূৰ্ত্তি সাজি প্ৰতিমা স্থাপন কৰিলে তোমাৰ মনোবাঞ্ছা পূৰ্ণ হব। ৰজাই এনেকৈ স্বপ্ন দেখি, উপৰোক্ত বিশ্ব বসুৰ সাহাযো, গছ ডালি মহা সমাৰোহে সাগৰৰ পৰা আনি ছদ্মবেশী বিশ্বকৰ্ম্মাক লগ পালে আৰু দেবমূৰ্ত্তি সাজিবলৈ অনুৰোধ কৰিলে। বিশ্বকৰ্ম্মাই ২১ দিন সময় লৈ কলে, যে এই সময়ৰ ভিতৰত যেন কোনেও দৰ্জ্জা খুলি নাচায়। ৰজা সেই কথাত সন্মত হোৱাত দৰ্জ্জা বন্ধ কৰি কাম আৰম্ভ কৰিলে। পিছে ১৫ দিন হৈ গল কিন্তু মন্দিৰৰ ভিতৰত কোনো সাৰ শব্দ শুনামাত্ত ৰাণীৰ একান্ত অনুৰোধ এৰিব নোৱাৰি ৰজাই দৰ্জ্জা খুলি চাই, এই বৰ্ত্তমান আধা তৈয়াৰি হস্তপদবিহীন মূৰ্ত্তি দেখিলে, আৰু সূত্ৰধৰক

তাত দেখা নাপাই মহা শোকে দুঃখে বিলাপ কৰি অনশন ব্ৰত ধৰিলে। ৰজাৰ ঐকান্তিক ভক্তিত ভগবান সন্তুষ্ট হৈ স্বপ্নাদেশ কৰিলে যে "মোক এই অৱস্থাৱ প্ৰতিষ্ঠা কৰা, এই মূৰ্ত্তি দেখিলেই জীৱ উদ্ধাৰ হব"। ভগৱানৰ এই আদেশ পাই, ভক্ত ইন্দ্ৰদ্যুম্ন মহাৰাজে লক্ষ শালগ্ৰাম দ্বাৰা ৰত্ন বেদি নিৰ্ম্মান কৰি, মহাযজ্ঞ কৰি জগন্নাথ, সুভদ্ৰা আৰু বলোভদ্ৰ, এই বৰ্ত্তমান মূৰ্ত্তি ৩টী স্থাপন কৰিলে। এই জগন্নাথ পুৰীৰ চাৰিও ফালে প্ৰকাণ্ড শিলৰ দেৱালেৰে আগুৰা। চাৰিফালে চাৰি দৰ্জ্জা আছে, যেনে পূৰ্ব্বে সিংহদ্বাৰ, পশ্চিমে খৰ্জ্জুৰ দ্বাৰ, উত্তৰে হস্তীদ্বাৰ, দক্ষিণে অশ্বদ্বাৰ। পুৰীৰ ভিতৰত পুবফালে মহাপ্ৰসাদ ও নানাৰকম মিঠা প্ৰসাদ বিক্ৰি কৰা আনন্দ বাজাৰ, ও ৭০০শত চৌকাই সৈতে ৰন্ধন শালা আছে। মন্দিৰ অতি সুন্দৰ ১৯২ ফুট উচ্চ। মন্দিৰৰও পৰত কোনো যাত্ৰীয়ে ধ্বজা দিব খুজিলে ১1/০ অনা কৰ দিব লাগে। মন্দিৰৰ দক্ষিণ ফালে অক্ষয় বট আছে। মন্দিৰৰ গাত বহুত অশ্লীল মূৰ্ত্তি বোৰ আছে, সেই বিলাক কেৱল ভক্তৰ পৰীক্ষাৰ নিমিত্তে তাত সাজি থৈছে। এই বিলাক দেখিও যাৰ মন স্থিৰ থাকে, সেইয়ে প্ৰভূৰ প্ৰকৃত ভক্ত, আৰু দৰ্শনৰ ফলো লাভ কৰে।

"মাৰ্কণ্ডেয়ে বটকৃষ্ণে, ৰোহিন্যাঞ্চ মহোদধৌ
ইন্দ্ৰদ্যুম্নে কৃতে স্নানে পুনৰ্জ্জন্ম নবিদ্যতে"॥ অৰ্থাৎ

মাৰ্কণ্ডেয় সৰোবৰ, অক্ষয়বট, ৰোহিণী কুণ্ড, সাগৰ ও ইন্দ্ৰদ্যুম্ন সৰোবৰ এই পঞ্চ তীৰ্থ পুৰীত আছে, এই পঞ্চ তীৰ্থত স্নান,

দান আৰু শ্ৰাদ্ধাদি কৰিলে, মানুহৰ আৰু পুনৰ্জ্জন্ম নহয়। জগন্নাথৰ মহাপ্ৰসাদ অৰ্থাৎ অন্নব্যঞ্জন, কোনো ৰকমে চুৱা নহয়; ইয়াক ব্ৰাহ্মণ চণ্ডাল সকলো জাতিয়ে চুৱা চুই কৈ খাব পায়। স্কন্দ পুৰাণৰ উৎকল খণ্ডত লিখিত বচন যথা—

"পবিত্ৰং ভুবি সৰ্ব্বত্ৰ, যথা গঙ্গা জলং দ্বিজঃ
তথা পবিত্ৰং সৰ্ব্বত্ৰ, তদন্নং পাপ নাশনম্ ॥

গঙ্গাজল আৰু ব্ৰাহ্মণ যেনে সদায় পবিত্ৰ, জগন্নাথ মহাপ্ৰভুৰ মহা প্ৰসাদো তেনে সদায় পবিত্ৰ থাকে। দিন ৰাতিৰ ভিতৰত জগন্নাথ মহাপ্ৰভুক সাতবাৰ সোণাৰ ঠালত কৈ ৫৬ ৰকমৰ ভোগ দিয়া হয়। যেনে ৮টা বজাত বালা ভোগ, ১২ টা বজাত ৰাজ ভোগ, ২টা বজাত চত্ৰ ভোগ, ৪টা বজাত মধ্যাহ্ন ভোগ বা বলোৰামৰ ভোগ, ৬টা বজাত সন্ধ্যা ভোগ, ৰাতি ৮টা বজাত বৰশৃঙ্গাৰ ভোগ তাৰ পৰে ভাৰ ভোগ। তাৰ পাছে দোভাগ ৰাতি দেৱদাসী বিলাকৰ নৃত্য হৈ দুৱাৰ বন্ধ হয়। প্ৰত্যেকবাৰ ভোগৰ সময়ত আৰতি আৰু ভিন্ ভিন্ সময়ত বেশ পৰিবৰ্ত্তন কৰি দিয়া হয়। পুৰীৰ ভিতৰত শ্ৰীচৈতন্য দেৱৰ মূৰ্ত্তি, ৰাধাশ্যাম, পাতালেশ্বৰ বদ্ৰিনাৰায়ণ, বিমলাদেবী, একাদশী গৃহ, সৰস্বতী, লক্ষ্মী, মাখন চোৰা, গোপীনাথ, ভাণ্ড গণেশ, ৰাধাকৃষ্ণ, শ্ৰীকৃষ্ণ, পটলেশ্বৰ, সূৰ্য্যনাৰায়ণ, বৈকুণ্ঠ পুৰী, নাৰায়ণ শিলা, ৰোহিণী কুণ্ড, ভূষণ্ডিকাকৰ মূৰ্ত্তি, নৃসিংহদেব, মুক্তি মণ্ডপ, ক্ষেত্ৰপাল, বটেশ্বৰ মাৰ্কণ্ডেয় আৰু ভেট মণ্ডপ আছে। মন্দিৰৰ পূবফালে

বাহিৰত "অৰুণস্তম্ভ" নামে এডাল ড্যালিমা বঙৰ শিলৰ স্তম্ভ পোতা আছে। মন্দিৰৰ ভিতৰত ১৬ ফুট দীঘল, ১৩ ফুট বহল, ৪ ফুট উচা, এই ৰত্নবেদীৰ ওপৰত উত্তৰ ফালে সুদৰ্শন চক্ৰ, তাৰ পাছে জগন্নাথ, তাৰ পাছে সুভদ্ৰা আৰু দক্ষিণৰ ফালে বলভদ্ৰৰ মূৰ্ত্তি আছে। ইয়াত বাজে এই ৰত্নবেদীৰ তলত সোণৰ লক্ষ্মী দেবী, আৰু ৰূপাৰ ভূদেবী আৰু মাধৱ মূৰ্ত্তি আছে। মহাপ্ৰভুক যি সকলে প্ৰণামী দিব খোজে, তাক পাণ্ডাৰ হাতত নেদি তিনি মূৰ্ত্তিৰ আগত যি এটী ঘটি পাতা আছে তাত পেলাই দিব লাগে, তেতিয়া হলে প্ৰভুৰ ভৰালত জমা হয়; নতুবা পাণ্ডাৰ হাতত দিলে তাক পাণ্ডাই খাই থয় কেতিয়াও প্ৰভুৰ ভড়ালত নিদিয়ে। ১১৯৮ খৃষ্টাব্দত উৰিষ্যাৰ মহাৰাজা বিষ্ণুভক্ত অনঙ্গদেৱে ১৪ বছৰ ভয়ঙ্কৰ পৰিশ্ৰম ও চল্লিশ লক্ষ টকা খৰছ কৰি এই মন্দিৰ নিৰ্ম্মাণ কৰে। ইয়াৰ বাৎসৰিক আয় ৯ লক্ষ মান টকা হব।

ওপৰত কোৱা দেৱতাবিলাকৰ বাহিৰেও অক্ষয়বট, ৰোহিণীকুণ্ড, ৰাধাকান্ত মঠ, সিদ্ধবকুল, স্বৰ্গদ্বাৰ, কানপাতা হনুমান, হৰিদাস মঠ, টোটা গোপীনাথ, চক্ৰতীৰ্থ, ঘুঙ্কাবাড়ী ইন্দ্ৰদ্যুম্ন সৰোবৰ, অষ্টাদশনালা, নৰেন্দ্ৰ সৰোবৰ বা চন্দন তালাও, মাৰ্কণ্ডেয় সৰোবৰ, লোকনাথ আৰু শঙ্কৰাচাৰ্য্যৰ স্থাপিত গোবৰ্দ্ধন মঠ আছে। জগন্নাথৰ যাত্ৰীবিলাকে নিজে ৰান্ধি খাব নালাগে, ২।৩ দিনলৈ পাণ্ডাই মহাপ্ৰসাদ খাবলৈ দিয়ে।

প্রভুৰ পুৰীৰ দক্ষিণ ফালে প্ৰায় ১॥ মাইল মান দূৰত্ত বঙ্গোপসাগৰ। সাগৰৰ দৃশ্য যে কি মহান কি মনোহৰ, কি আশ্চৰ্য্যজনক তাক নেদেখিলে বুজাবৰ ভাষা নাই! যি সকলে সমুদ্ৰ দেখানাই তেওঁলোকে পুৰীলৈ গলে, একেলগে তীৰ্থ যাত্ৰা ও সমুদ্ৰ দৰ্শন হয়।

---

## ৩৭। সাক্ষী গোপাল

পুৰীৰপৰা অলপমান দূৰত্বে সাক্ষী গোপাল ষ্টেচন আছে। জগন্নাথ দেখিবলৈ যোৱা যাত্ৰী মাত্ৰৰে সাক্ষী গোপাল দৰ্শন কৰা উচিত। কাৰণ প্ৰবাদ আছে যে পৰকালত এই সাক্ষী গোপালে জগন্নাথ দৰ্শনৰ সাক্ষী দিয়ে। ইয়াতো ধৰ্ম্মশালা আছে, খোৱাৰ সকলো বস্তু কিনিবলৈ পোৱা যায়। সাক্ষী গোপালত ভগবানৰ কৃষ্ণ পাথৰৰ মূৰ্ত্তি অতি মনোহৰ, ইমান ডাঙৰ সৰ্ব্বাঙ্গ সুন্দৰ পাথৰৰ মূৰ্ত্তি আৰু কতো দেখা নাই। ইয়াৰ আগে সাক্ষী গোপালে তেওঁৰ শ্ৰীচৰণ দুবাৰ দৰ্শন দিছে, গতিকে এইবাৰ আমাৰ যোৱা নহল।

---

## ৩৮। ভুবনেশ্বৰ

ভুবনেশ্বৰ তীৰ্থ ষ্টেচনৰপৰা প্ৰায় ২॥ মাইল দূৰৈ। যোৱাৰ জন্যে গৰুৰ গাড়ী বা মানুহে টনা গাড়ী পোৱা যায়। বাটত কুচিলা বিষৰ জঙ্গল আৰু বহু শিৱালয়ৰ পুৰণা

গঠ দেখি যোৱা যায়। ইয়াতো ধৰ্ম্মশালা আছে আৰু শ্ৰীক্ষেত্ৰৰ নিচিনা ইয়াতো নানাৰকমৰ প্ৰসাদ বিক্ৰি হয়। ভুবনেশ্বৰত শিৱালয় বনে জঙ্গলে আৰু ধানৰ খেতিৰ মাজে মাজে কেৱল মন্দিৰময়। ভুবনেশ্বৰৰ শাস্ত্ৰীয় বিবৰণ এই যে—এক সময়ত মহাদেৱে, কাশীৰাজৰ পক্ষ হৈ বিষ্ণুৰ বিপক্ষে যুদ্ধ কৰিবলৈ প্ৰস্তুত হোৱাত, বিষ্ণুৱে সুদৰ্শন চক্ৰ হানি, শিৱৰ পাশুপত অস্ত্ৰ ভগ্ন কৰে। পিছে মহাদেৱে অল্প ভয় পাই, ইয়াতে এডালি আমগছৰ তলত বহি, বিষ্ণুক তপস্যা কৰিছিল, সেইদেখি ইয়াৰ অন্য নাম "একাম্ৰ কানন"। এই দেৱালয়ৰ আগতে বিন্দু সৰোবৰ নামে এটা প্ৰকাণ্ড পুখুৰী আছে। এই পুখুৰীৰ চাৰিওফালে কেৱল দেৱমন্দিৰ। ভুব-নেশ্বৰৰ মন্দিৰ অতি সুন্দৰ আৰু নানা কাৰুকাৰ্য্যে অলঙ্কৃত। মন্দিৰৰ ভিতৰত হৰিহৰ মূৰ্ত্তি একেলগে স্থাপিত আছে। পৃথিৱীৰ সকলো তীৰ্থৰে পানী বিন্দু বিন্দুকৈ নি ব্ৰহ্মাই এই সৰোবৰ পূৰ্ণ কৰাত ইয়াৰ নাম বিন্দু সৰোবৰ হৈছে। এই তীৰ্থত স্নান আৰু তৰ্পণ কৰিলে সমস্ত তীৰ্থস্নান আৰু তৰ্পণৰ ফল পায়। ভাৰতবৰ্ষৰ ভিতৰত ইয়াকেলৈ কেৱল ৪টা মাথোন সৰোবৰ আছে। ১। মানস সৰোবৰ ২। কচ্ছ সৰোবৰ ৩। পম্পা সৰোবৰ ও ৪। বিন্দু সৰোবৰ। ইয়াত পাৰ্ব্বতী, মুক্তেশ্বৰ, অনন্ত, বাসুদেৱ, ও কপিলেশ্বৰ শিৱ প্ৰভৃতি দেখিব লগীয়া দেৱদেবী আৰু বহু মন্দিৰ আছে। ইয়াতে কনতি শিলৰ শাৰিপিঙ্কা গৌৰীদেবীৰ এটা সুন্দৰ মূৰ্ত্তি আছে, এই

মূৰ্ত্তিটিৰপৰা প্ৰাচীন ভাৰতৰ শিল্প কলাৰ উৎকৃষ্ট পৰিচয় পোৱা যায়। শিল্পীক ধন্যবাদ নিদিয়াকৈ থাকিব নোৱাৰি। ইয়াৰপৰা খণ্ডগিৰি ও উদয়গিৰি নামে ২খনি সৰু পৰ্ব্বতত বহুত বুদ্ধ গহ্বৰ আছে। এইবিলাক গহ্বৰ হিন্দুৰ কোনো তীৰ্থস্থান নহয়, কেৱল বহুকালৰ প্ৰাচীন ভাৰতৰ সভ্যতাৰ চিন বুলি বহুযাত্ৰী তালৈকে চাব যায়। আগে চোৱা আছে গতিকে এইবাৰ আমি ভুবনেশ্বৰলৈ যোৱা নাই। কেৱল পুৰণা নোটক আশ্ৰয় কৰি এই সামান্য বিবৰণ লিখা হল।

---

## ৩৯। বৈতৰণী বা যাজপুৰ

কটক জিলাৰ বেঙ্গল নাগপুৰ ৰেইল বাটাত বৈতৰণী ৰোড্ ষ্টেচন আছে। আমি পুৰী ষ্টেচনৰপৰা ২৷৴৬পাইৰ টিকেট কৰি বৈতৰণী ৰোডলৈ গৈছিলো। এই ষ্টেচন ৰাতি গৈ পাই, বাকী ৰাতিখিনি ষ্টেচনতে থাকি, খুব পুৱাই ষ্টেচনৰ ওচৰত থকা এখন দোকানত এদিনলৈ ৷৷০অনা ভাড়াৰ বন্দোবস্তে এটা অতি সামান্য ঘৰ ভাড়া লৈছিলো। তাতে আমাৰ বস্তু বাহানি থলো আৰু লগৰীয়া ৪ জন নগৈ তাতে থাকি সেই দিনা জিৰণি ললে। আমি ৮জনে এখন গৰুৰ গাড়ী ভাড়া কৰি খুব পুৱাই ১৪ মাইল বাট গৈ ১১টামান বজাত তীৰ্থ স্থান পাইছিলো। মাজে মাজে বাট বেয়া, তীৰ্থখনি এখনি গাওঁ, এতিয়াহে ডিষ্ট্ৰিক্ট বোৰ্ডৰপৰা এটা ৰাস্তা কৰিবলৈ আৰম্ভ কৰিছে। ইয়াত বৈতৰণী নদীত স্নান আৰু নাভী

গয়াত পিণ্ডদান আৰু বৰাহদেৱৰ মন্দিৰত গোদান কৰিব লাগে। গয়াসুৰৰ নাভী এই ঠাইত পৰিছিল। এসময়ত বেদ অপহৃত হোৱাত, প্ৰজাপতি ব্ৰহ্মাই বেদ উদ্ধাৰৰ সঙ্কল্প কৰি এই ঠাইতে অশ্বমেধ যজ্ঞ কৰিছিল। যজ্ঞ শেষ হোৱাত স্বয়ং যজ্ঞেশ্বৰ হৰি বৰাহ মূৰ্ত্তি ধৰি বেদ উদ্ধাৰ কৰিছিল, সেই নিমিত্তে যাজপুৰৰ আন এটি নাম "যজ্ঞপুৰ"। বৈতৰণী নদীত স্নান কৰিলে পৰলোকত যমপুৰত থকা, বৈতৰণী পাৰ হবলৈ একো ভয় নেথাকে। বৈতৰণী নদীৰ পৰা নাভি গয়ালৈ প্ৰায় ১॥ মাইল বাট হব। এই ঠাইত চাৰ লগীয়া প্ৰধান মন্দিৰ ও দেব দেবী অষ্টমাতৃকা মন্দিৰ, ত্ৰিলোচন শিব, কালীমূৰ্ত্তি, বিৰজাদেবী, ব্ৰহ্মকুণ্ড ও বৰাহ দেৱৰ মন্দিৰ, ক্ৰান্তিদেবী, যমৰ সপৰিবাৰে মূৰ্ত্তি, সিদ্ধেশ্বৰ, কাশী বিশ্বনাথ জগন্নাথ মন্দিৰ প্ৰভৃতি। এই বিলাক যথাসাধ্য দৰ্শন আৰু নাভিগয়াত পিণ্ড দি ৪ টা মান বাজাত আকৌ সেই গাড়ীৰে ফিৰি আহি ৰাতি ১১ টা বাজাত বৈতৰণীৰোড্ ষ্টেচন পালোঁ আহি। ভাৰপৰা আকৌ সেই ৰাতি এই ২॥ টা বাজাত প্ৰত্যেকে ৪৶৯ পাইকৈ টিকেট কৰি কলিকাতা মেইল গাড়ীত কলিকাতা হাৱড়া ষ্টেচনলৈ যাত্ৰা কৰিলোঁ। এই বৈতৰণীৰ ব্ৰাহ্মণ বিলাকে যাত্ৰীক বৰ বেজাৰ দিয়ে।

---

৪০। কলিকাতা মহানগৰী

পিচদিনা ১১ টা বাজাত কলিকাতাৰ হাৱড়া ষ্টেচন

পাই ২ খন ঘোৰাৰ গাড়ী কেৰেয়া কৰি কালী বাবুৰ জোঁৱা-য়েক হাইকোৰ্টৰ উকীল শ্ৰীযুত মন্মথ বাবুৰ কালীঘাটৰ বাঁহাত থাকিলো আহি। কলিকাতাৰ নিচিনা এনে শ্ৰেষ্ঠ পুৰী আৰু ভাৰতবৰ্ষত নাই বুলি বোধ হল। দিল্লী আৰু বোম্বে ডাঙ্গৰে দীঘলে আছে, আৰু বাণিজ্যে আৰু মানুহৰ সংখ্যাই কিজানি সমানো হব পাৰে, কিন্তু ইমান সুন্দৰ বৰ বৰ অট্টালিকা, আৰু জ্ঞানে বাহনে আৰু অন্যান্য বহু বিষয়ে, কলিকতা যে ভাৰতব ভিতৰত সৰ্ব্ব প্ৰথম হব সেই বিষয় বোধ হয় সকলোৱে স্বীকাৰ কৰিব।

হাবড়া ষ্টেচনৰ ওচৰত ৰাজা শিউবকস্ বগলা বাহাদুৰৰ ধৰ্ম্মশালা, বড়বাজাৰৰ ৯ নং শ্যামাবাঈলেনত ফুলচাঁদ মুকীমৰ জৈন ধৰ্ম্মশালা, (আন ঠাইত সুবিধা হলে ইয়াত নথকাই ভাল কাৰণ জৈন বিলাকৰ লগত হিন্দুৰ আচাৰ আদি নিমিলে) ১৫০ নং হ্যাৰিচন ৰোডত ৰাবু শ্যামদেউ ভাটিকাৰ ধৰ্ম্মশালা, ৬ নং মল্লিক ষ্ট্ৰীটত ৰায় সূৰ্য্য মল বাহাদুৰৰ ধৰ্ম্মশালা, ৫১ নং বাঁহতলা ষ্ট্ৰীটত লছ্মি নাৰায়ণ ধৰ্ম্মশালা, আৰু শিয়ালদহ ষ্টেচনৰ কাষত হিন্দুই সপৰিবাৰে বাস কৰিব পাৰা স্বাস্থ্য নিবাস, টাওৱাৰ হোটেল, আৰ্য্য নিবাস আৰু মিৰ্জ্জা-পুৰ ষ্ট্ৰীটত ক্যালকাতা হোটেল আছে। এই বিলাকৰ এঠাইত থাকি, তীৰ্থ যাত্ৰীৰ পক্ষে প্ৰথমে কালীঘাটলৈ গৈ, গঙ্গা-স্নান ও তৰ্পণ আদি কৰি পিতৃ পিতামহাদিৰ পিণ্ডদানৰ পাছত ৺কালী মাতাক দৰ্শন কৰা উচিত। তাৰ পাছে কলিকতাত

চাৱলগীয়া ঠাই ভাল হৌচিস্কোয়াৰ বা লালদীঘি, গোলদীঘি, বা কলেজ স্কোয়াৰ, নিউ মাৰ্কেট বা হগ্ চাহাবৰ বাজাৰ, হাই-কোর্ট, টাউন হল, ইদেন্ গাৰ্ডেন্, অক্টাৰলনি মনুমেণ্ট, চাঁদনিচক, মিউজিয়ম্ বা যাদুঘৰ, ফোৰ্ট উইলিয়ম্ দুৰ্গ, ভিক্টোৰিয়া মেমোৰিয়াল হল, আলিপুৰৰ পশুশালা, বা জুলজিকেল গাৰ্ডেন্, জৈন্‌পৰেশনাথ মন্দিৰ, শিবপুৰৰ বোটানিক্যাল্ গাৰ্ডেন্, বাগবাজাৰত মদনমোহন, আনন্দময়ী শ্মশানেশ্বৰ, দক্ষিণেশ্বৰৰ কালীবাড়ী, বেলুৰমঠ, আৰু গবৰ্ণৰজেনেৰেলৰ পেলেছ, হোৱাইট্‌ওৱে লেইড্‌ল, কোম্পানীৰ দোকান, থেকাৰস্পিংক এণ্ড কোম্পানীৰ দোকান, ৰাইটৰ্চবিল্‌ডিং, জেনেৰেল পোষ্ট অফিচ প্ৰভৃতি অসংখ্য চাৱলগীয়া প্ৰসিদ্ধ ঠাই আছে। নতুন মানুহ কলিকাতালৈ গৈ তাৰপৰা আকৌ আন ঠাইলৈ কোনো ৰেলত যাব লাগিলে প্ৰথমে এখনি ঘোৰাৰ গাড়ী কেৰেয়া কৰি ষ্টেচনলৈ যায়, এটা মুটিয়া ধৰি দুই চাৰি অনা পয়চা দি, ৰেইল্ গাড়ীত উঠিব লাগে, নতুবা পদে পদে বিপদৰ ভয় আছে। কলিকাতালৈ যায় যি বাঁহাত থকা যায় তাৰ নম্বৰ নোট বুকত লেখি লব লাগে, ফুৰিবলৈ গৈ বাট ভুল কৰিলে, তৎক্ষণাৎ এখনি ঘোৰাৰ গাড়ী কেৰেয়া কৰি ৰাস্তাৰ, নাম, আৰু ঘৰৰ নম্বৰ কলে কচোৱানে নি ঠিক্ মতে পঁহুচায় দিয়ে। চোৰ ডাকাইতৰ ভয় সদায় আছে, বিশেষ ৰেইল-ওৱে ষ্টেচনত বা যি ঠাইত বেছি মানুহ জমে তাতে চোৰে জোলাৰ জেপ কাটি বা হাত ভৰাই টকা উলিয়াই নিয়ে।

গাড়ীৰ ভিতৰতো সেই ৰকমে চুৰি কৰে। বোধাৰ গাড়ীৰ কচোৱান বিলাক প্ৰায় গুণ্ডাৰ শ্ৰেণীৰ মানুহ, এতেকে গাড়ীত উঠাত, সিহঁতৰ নাম আৰু গাড়ীৰ নম্বৰ মোট বুকত লেখি ললে ভাল হয়। কলিকাতাৰ শিয়ালদহ ষ্টেচনৰ পৰা গোহাটীলৈ ৰেইল ভাড়া ৮৸৶০ অনা, বাটত সান্তাহাৰত গাড়ী বদলি কৰিব লাগে।

---

## দেশ ফুৰিবলৈ গলে লগত লিবলগীয়া অতি আৱশ্যকীয় বস্তু আৰু কেটামান অতি লাগতীয়াল কথা

লগত অধিকাকৈ ২টা ভাল তালা নিব আৰু যিমান পাৰে বস্তু কমকৈ নিব। পিতলৰ ঘটি ১টা, ডাওৰ বাটী এটা, পিতলৰ পাতল ঠাল এখনো, (বহুত ঠাইত পাত পোৱা নাযায়)। বাল্টি ১টা, লেম্প এটা, হাত কটাৰি ১খন, ঝৰা কলাখাৰ ১ বোটল, আফিঙৰ ৰস সানি, কিছু শৈকাৰ-টেঙাৰ গুটি, (মাজে মাজে আমাশয় হয়, ইয়াকে পানীত ভিজাই ৰস খালে বা এনে গিলি খালেও বৰ উপকাৰ দিয়ে)। তামুলী মানুহ হলে কিছু তামুল লগত নিব; নোৱাৰিলে—গিলিখা, আমলখি, ধনীয়া, আজোৱান আৰু, শুকান চুপাৰি, এই কেইবিধ ভালকৈ গুৰি কৰি, ছালি লৈ ভাত

অলপ সৈন্ধব লবণ গুৰি কৰি মিহলাই নিব, তামুলৰ সলনি তাকে ব্যাবহাৰ কৰিব। কাপোৰ ময়লা হলে, ধৰ্ম্মশালা বিলাকত থকাত নিজে ধুই লব পাৰি, কিন্তু ধোবাৰ হতুৱাই ধুৱাব খুজিলে, ধৰ্ম্মশালাৰ মেনেজাৰে সৈতে লগ হৈ এদিন বা দুদিনত দিয়াকৈ বন্দোবস্ত কৰি দিব লাগে। ক্ষৌৰি কৰিবলৈ ধৰ্ম্মশালা বিলাকত নাপিত সদায় বহি থাকে, কিন্তু ৵০ অনাৰ কমে অকল দাড়িও নুখুৱায়। কেইবা জনে গোট-খাই এজন নাপিত ধৰিলে /০ অনাত খুৱায়। লগত আফিং নিব নোৱাৰি, দুই তিনি ঠাইত আফিং নিয়া বুলি খানাতালাচ কৰি চায়, আফিং পালে বোধ হয় দায় লাগিব। ইতি সন ১৩৩২, ১০ বহাগ।

শ্ৰীহৰকান্ত দেৱ গোস্বামী
সাং খটিয়াবাৰী সত্ৰ

